1952

# জগন্নাথ বৰুৱা কলেজ

## —আলোচনী—

(1)

“বাণিজ্যে বসতি লক্ষ্মী”

1

ANNUAL

# COMMERCE

1952.



## JAGANNATH BAROOAH COLLEGE MAGAZINE.

# —সূচী-পত্ৰ—

## অসমীয়া বিভাগ।



---



## English Section.



---

# জয়া-স্মৃতি।

শ্রীগোপীৰাম নেওগ
২য় বাৰ্ষিক ছাত্ৰ ( বাণিজ্য শাখা )

১। জয়মতী জয়মতী
অসমৰ সতী-ৰাণী
পতিপ্ৰাণা মহাসতী আজি আৰু নাই!
জেৰেঙাৰ পথাৰত মাগিলে বিদায়!!
সেউজীয়া বিৰিঙানি কেঁকেৰে খোলাই!!

২। অসমৰ বীৰবৰ
জয়াপতি গদাধৰ
ৰংপুৰত উঠিলে উজলি!
মহাৰঙে মোহিলে জননী!!
যেন তেওঁ শ্ৰেষ্ঠ শিৰোমণি!!!

৩। শান্তিৰ চূড়ান্ত জিনা
অত্যাচাৰী ল'ৰা ৰজা
ভাবি ভাবি বিষাদে মগন,
কাৰ তেওঁ পাই পৰশন—
স্বৰ্গদেৱে লভিব চেতন।

× × ×

৪। বহুজন কোঁৱৰৰ
সোণোৱালী অসমৰ
কেঁচা-তেজ পেলালে বোৱাই,
গুপ্তচৰ ঘনে পঠিয়াই—
নাহ তেওঁ তুলিলে বঢ়াই।

× × ×

৫। মণি যেন অসমৰ
বাহুবলী গদাধৰ
আঁতৰিলে নগাবেশ ধৰি—
পৰ্ব্বতত থাকে বাস কৰি—
পুত্ৰ-ভাৰ্য্যা সৰ্ব্ব পৰিহৰি।

৬। আজ্ঞাধীন গুপ্তচৰে
অসীম শকতি স'তে
ৰাজশত্ৰু বিচাৰি নেপাই—
অৱশেষে কাতৰে জনায়,
নেদেখিলে পলোৱাৰ ঠাই।

× × ×

৭। চাওদাঙে ৰং কৰি
যাতনাৰ গুৰি ধৰি
জেংদাঙ তুলিলে নচাই!
জয়াবস্ত্ৰ পেলালে খহাই!!
বিৰিঙানি তুলিলে কঁপাই!!!

৮। ক'ত ভুকু ক'ত মাৰ
ক'ত লাঠি ক'ত চৰ
যাতনাত প্ৰাণ ফুটি যায়।
পতি পুত্ৰ ত্যজিলে জয়াই!!!
হ'ল মাথো ঈশ্বৰ সহায়!!!

৯। অসীম শকতি স'তে
নৰ-বধি চাওদাঙে
তুলি ললে হাতত জেংদাঙ—
গাই জয়াৰ মৰণ গান—
আটোপে কৰিলে অভিমান।

× × ×

১০। বড়া লোহা স্পৰ্শ কৰি।
উষ্ণ-পানী গাত ঢালি।
অনুমতি ৰাজবিষয়াৰ—
লোধে সৱে কৰি অহঙ্কাৰ—
সৰ্ব্ব চেষ্টা মাথো চাৰখাৰ।

১১। ক'ত শত প্ৰশ্ন কৰে
অত্যাচাৰী বৰ্ব্বৰে
প্ৰশ্নোত্তৰ নিদিলে জয়াই!
স্বাৰ্থ স্বত্ব ৰাখিলে বজাই!!
বিজয়ৰ পতাকা উড়াই!!!

১২। দিনে লোধে দিনে মাৰে
বৃথা মাথো চেষ্টা কৰে
শত্ৰুৰ মিছা অহঙ্কাৰ—
নলভিলে উত্তৰ জয়াৰ,
চাণ্ডালেও লভিলে বেজাৰ।

× × ×

১৩। শক্তি-মন্ত্ৰ বীৰবৰ
নগাবেণী গদাধৰ
ভৈয়ামলৈ আহিলে উভতি!
বিষগ্নৰে কৰিলে কাকুতি!!
আৰু ক'ত ইঙ্গিতে প্ৰণতি!!!

১৪। ঘূৰি-পকি তিনিবাৰ
ক'লে দেহি কতবাৰ
"কোৱা দেৱী গদাৰ বাতৰি,
নমৰিবা পতি-পুত্ৰ এৰি,
আছা কিয় জ্বলা-তিতা সহি?"

× × ×

১৫। জয়মতী মহা-সতী
নাৰীৰ আদৰ্শৰাণী
শুশুনিলে গদাৰ আদেশ!
সাহৰিলে যন্ত্ৰনা অশেষ!!
লাঞ্ছনাৰ নাই আৰু লেশ!!!

× × ×

১৬। নাই সেই পতি প্ৰাণা
অসমৰ বীৰাঙ্গনা
স্বৰ্গধামে ললে তেওঁ ঠাই,
ৰাজ-কৰ্ম্মী চমক লগাই—
স্বাধীনতা ৰাখিলে বজাই।

১৭। আজিও যুৱতীসৱে
অসীম শকতিসতে
স্বাৰ্থ-স্বত্ব পাৰিব ৰাখিব!
বিদেশীকো পাৰিব উলাব!!
শত্ৰুকো পাৰিব শাসিব!!!

১৮। গোৱা সৱে জয়-গান
ধৰি নৱ ঐক্যতান
বীৰ-দৰ্পে কঁপোৱা ধৰণী!
শত্ৰুৱে নেপাব তৰণি!!
তোলা সৱে ঐক্যৰ ৰাগিনী!!!

১৯। অভিনৱ অসমৰ
শত শত মানৱৰ
আশা বান্ধি বিজয়ী বুকত!
কেঁচা-তেজ দিয়া লুইতত!!
যুঁজ কৰা কৰ্ত্তব্য ৰণত!!!

২০। ৰংমনে ৰং কৰি
শকতিৰ গুৰি ধৰি
হৰ্ষ-যুক্তি কৰা অহঙ্কাৰ!
পাপ-তাপ গুচোৱা ধৰাৰ!!!
অসমীৰ গুচোৱা বেজাৰ!!!



# পৰিবৰ্ত্তন।

শ্ৰীনবীনচন্দ্ৰ নেওগ
প্ৰাক্তন ছাত্ৰ
বাণিজ্য শাখা

আমি অৱস্থা বুলিলে শাৰীৰিক, মানসিক নতু অৰ্থ সম্পৰ্কীয় কথাকে বুজোঁ। কিন্তু আচলতে কথাটো তেনে নহয়। সময়ৰ নানান স্তৰৰ একোটি ভাগকে অৱস্থা বোলা হয়। যেনেকৈ এঘণ্টা সময় কিছুমান মিনিট চেকেণ্ডৰ সমষ্টি, সেই দৰেই অৱস্থাও কিছুমান সময়ৰ একোটি ভাগ। মানৱ জীৱনৰ ওপৰত এই অৱস্থাৰ প্ৰভাৱ আছে। যি প্ৰভাৱে অনেক সময়ত অনেকক বিপদত পেলোৱা দেখা যায়। কেতিয়াবা আকৌ ই সুখ-সম্ভোগৰো আল-পৈচান নধৰাকৈ নাথাকে। গতিকে এই অচিন অৱস্থা-বিলাকৰ বেয়া ফলৰ পৰা হাত সাৰিবলৈ আমাৰ চেষ্টাৰ একান্ত প্ৰয়োজন। এই বেয়া অৱস্থাবিলাকৰ লগত সৎগুণ সম্পন্ন অস্ত্ৰেৰে যুঁজ কৰা জনক অনেক দিন কষ্টত জীয়াতু ভোগ কৰাৰ পিচতো সুখৰ বেঙুনীয়া কিৰণত উজ্জ্বল হোৱা দেখা পটন্তৰ বহুতো আছে। এই অস্ত্ৰ ধাৰণৰ প্ৰথম শক্তি হৈছে নিজৰ লেকাম স্বৰূপ বিবেকক ভাল দৰে পৰিচালনা কৰি জীৱনৰ আচল সমল গোটাই লোৱা। এই বিষয়টিৰ পৰিষ্কাৰ ৰূপ দিবলৈ; এজন অবিবেকী যুৱকৰ জীৱন কাহিনী ভাঙি ধৰিলেই বোধকৰোঁ পাঠকসকলৰ খৰচি মৰাত কিছু সহায়তা কৰিব। এই কথাকে মানি এক ব্যক্তিৰ তলত এক জীৱনী দিয়া হ'ল।

শ্ৰীমান দৰ্পই উকীল শ্ৰীকমল বৰুৱাৰ ঘৰত ১৯৩০ চনৰ কোনো এক ক্ষণত জন্ম লয়। আইন ব্যৱসায়ীৰ প্ৰথম পুত্ৰ হিচাবে তেওঁৰ বাল্য কাল নানান সুখ-সম্ভোগৰ মাজত অতিবাহিত কৰিলে। যিবিলাক কথা এই পাঠত দিয়া সম্ভৱপৰ নহয়। দৰ্প, কমল বৰুৱাৰ একেটি পুত্ৰ, যেন দেউতাকৰ মনত কেঁচা-সোণ, মাকৰ হাইঠা আৰু বুঢ়ী-মাকৰ যেন আশাসৰ লাখ। এই দৰে দৰ্পৰ পাঁচ বছৰত ভৰি দিওঁতে পঢ়া-শুনাৰ কথোপকথন চলিল। কিন্তু বুঢ়ী-মাকৰ এই কথাত অলপ আওকেলা দেখা গৈছিল। কিয়নো সেই একেটি নাতিনীয়েকক একেবাৰে ভাগে সময়লৈকে চকুৰ আঁতৰত ৰাখি বুঢ়ী-মাকে থাকে কেনেকৈ? যাহওক মাক-দেউতাকে দৰ্পৰ ভূত ভবিষ্যত ভাবি সেই অঞ্চলৰ এজন সঁচা মিছা জ্যোতিষী মতাই আনি শিক্ষাৰম্ভৰ দিন স্থিৰ কৰিলে। সেই দিন আছিল মাঘ-মাহৰ শুক্ৰবাৰ। বৰুৱাৰ ঘৰত যেন অশ্বমেধ যজ্ঞহে। কিন্তু এই দিনিতে বুঢ়ী-মাকৰ এটা কথা উল্লেখ কৰিব লগাত পৰিলোঁ, যদিও ইয়াক অনেকে অন্ধ বিশ্বাস বুলিও কব খোজে। "শুক্ৰবাৰ কপাবাৰ" গতিকে দৰ্পৰ জীৱন যাত্ৰাত আউল লাগিব বুলি বুঢ়ী-মাকে সন্দেহ কৰিছিল। সঁচাকৈয়ে দৰ্পক স্কুলত নাম লগোৱাৰ পৰা এক নতুন বিপৰ্য্যয়ৰ সূচনা হ'ল। স্কুললৈ যাওঁতে বাটত অনেক তৃতীয়া ল'ৰাৰ গালৈ শিল দলিয়াই, খুৱাই আৰু নানান অত্যাচাৰ কৰে। দৰ্পই ভাল দৰে বুজি উঠিছিল যে সেই তৃতীয়া পেৰেন্তগোৱে তেওঁৰ নিচিনা দেৱ-বালকক একো কৰিব নোৱাৰে। "ধনম্ যস্য বলম্ তস্য।" কাৰণ দেউতাকে দাস-দাসীবিলাকক কেনে অত্যাচাৰ কৰিছিল সিটো দৰ্পৰ অবিদিত নহয়। আনহাতে তেওঁৰ সাঙ্গ-পাৰ অন্তৰ সাঙ্গ-পাৰৰ লগত কেতিয়াও নিমিলিছিল। দৰ্পই দেউতাকৰ মটৰৰ 'হৰ'টোৰ নিচিনা কাপোৰৰ পেণ্টো বহুতে পিন্ধা দেখা নাপাইছিল। স্কুলতো তেওঁ শিক্ষকৰ সৈতে তেল-পানী। কিয়নো শিক্ষক কেই

জন হলহ পাঞ্জাবী পিন্ধা, দৰ্পৰ কথাত—পাওঁৰুটা। গতিকে শিক্ষকৰ শিক্ষাত তেওঁ কাণ দিয়া দূৰৰ কথা অৱজ্ঞাহে কৰে। স্কুললৈ যাওঁতে দৰ্পৰ পূৰ্ণ স্বাধীনতা। দৰ্পৰ স্বাধীনতাত হাত দিয়ে কোনে? হঃ কিনো ক'বা কিতাপ দিনে দিনে একোখন নতুনকৈ লাগে। সেইদৰে অন্ত বিলাকো। দেউতাকো দৰ্পৰ প্ৰতি বৰ্লী বজা। সিবিলাক যিকি নহওক দৰ্পক মহাশয়ে দেউতাকৰ ভয়ত পাঠশালাৰ পৰা উত্তীৰ্ণ কৰি পঠালে। এতিয়া স্থানীয় চৰকাৰী হাইস্কুলতে নামটো লগালে। যদিও 'চিট্' পৰীক্ষাত উত্তীৰ্ণ হোৱা নাছিল তথাপিও উকীলৰ ল'ৰা হিচাবে বিশেষ ভাৱে বিজাৰ্ভ কৰি ৰখা 'চিট্'টোকে পূৰণ কৰিলে। এতিয়া দৰ্পক লগা হ'ল; চাৰ্জ্জৰ 'চুট্'; 'হাৱাৰ' ১৮" চাইকেল; হাতত হাত-ঘড়ী আৰু মনে মনে মুখত চেলেউ। দেউতাকেও সকলো যোগালে। দিনক দিনে খৰচৰ মাত্ৰা বাঢ়ি গ'ল। স্কুলৰ ওচৰৰ সেই মধুসোধনৰ দোকানত চুৰট মহাশয়ৰ সৈতে এবেলা; অন্নপূৰ্ণ মিষ্টান্ন ভাণ্ডাৰত এবেলা। স্কুলত হাজিৰাটো দিয়েই পলায়ুহুং। যাহওক শ্ৰেণীৰ ছাত্ৰই কিছু ৰক্ষা পায়। কিয়নো দৰ্প শ্ৰেণীত থাকিলে পিচ বেঞ্চত বহিলৈ খুহটীয়া কথা উলিয়াই অন্তক আমনি কৰে। বাটত চাহ দোকানী (ৰামজান হালোৱাই) পান দোকানীয়ে সোধে—"বাহ্ বাহ্ দৰ্প বাবু কেলাচ্ ছুটি দিলেনেকি?" "এৰা অ ৰামপ্ৰসাদ হাফ্ দি দিলে।" আৰু হাকিম এটা চিগ্‌ৰেটকে খাই যাওক। কিবা সেই চিনত ভৰাই থোৱা মুৰে-পোকৰে সমান চুৰট এটা উলিয়াই দিয়ে। তাৰ হেনো দাম গোটে এক অনা। তাৰে এটা দৰ্প বাবুৱেও ছুটানমান মাৰি সদিয়হৰ ফুল দেখি; অলপ দোকানতে আৰাম কৰে। দোকানত বহি থকা সেই বাজাৰী কেইটাই অনেক বাজে-কথা উলিয়াই। বিবিলাক এই পাঠত দিয়া অবাঞ্চনীয়—আৰু দৰ্প বাবুৰ বশস্থা বখানে। আৰু এটাই কয়;—"বাবু আপুনি সিদিনা নবেন মাষ্টৰৰ ল'ৰাটো খুব পিটিলি। পিচে ভালেই কৰিলা। হি এতিয়া ঠাণ্ডা বনিল।" (দৰ্পই গৌৰৱেৰে সৈতে) "ওঁ তাৰ মই উৎপাত চাইহে আছিলো।" এৰা হাকিমৰ খুব ৰাগ উঠিল। এইদৰে অলপ আলোচনা হোৱাত দৰ্পইও হাততে আকাশখন পাই বাজাৰী কেইটাক অন্নপূৰ্ণালৈ লৈ যায়। আৰু ৩৸৵৹ অনাৰ এখন "Slip" লিখি দি এটুপি চাহৰ যোগাৰ কৰে। দেহি ঐ! প্ৰভু Class III-তেই ইমান। ইফালে বছেৰেকীয়া পৰীক্ষা পালেহি। দৰ্পৰ মূৰত সৰগ ভাগি পৰিল। বেছেৰাৰ চিন্তাও হ'ল যে তেওঁলোকৰ সেই কলীয়া ড্ৰাইভাৰৰ পিতেক হলোৱে যদি পাচ কৰে, তেওঁ নকৰে কথাটো গুৰুতৰ হ'ব। ইয়াকে গুনি গাঁথি ল'ৰাৰ আহাৰ কমি আহিল। মাকে দেউতাকক কয়;—"হয়নে হেৰি আপুনি বৰ বেয়া কথা এটা কৰিছে নহয়?" দেউতাকে—"কি হ'ল কোৱা।" মাক এই মোৰ পোনাটোৱে যে ভাত-পানী এৰিছে আপুনি জানো কিবা খবৰ লৈছে?"

কমল বৰুৱাই কোনো উত্তৰ নিদি মটৰ-গেৰেজত সোমাই আৰু Ply mouth খনলৈ খোজ ডাক্তৰৰ ঘৰ-মুৱা হ'ল। কিবা অমঙ্গলেইনেকি জানো। যদু উকীলৰ ঘৰৰ ভাত-বাঢ়নিটো বজাৰৰ পৰা আহোঁতে কিবা আও-পাকত "Ply mouth" এ সামৰি থৈ গুছি গ'ল। ভাত-বাঢ়নিৰ খবৰ লয় কোনে? "Ply mouth"নো খৰা হাফ্-পেণ্ট পিন্ধা, ১ হাত মান লাখুটি লৈ থকা হলিৱাম পুলিচে কেনেকৈ ধৰে?" "উড়ি গ'ল শগুনী পৰি গ'ল পাখি।"

দৰ্পক ইফালে মাকে সোধে, "সোণকণ তুমি ভাত খাবলৈ কিয় এৰিছা?" "বাপুটিয়ে যিহে ভাত বনাই মোৰ খাবলৈ মন নাযায়।" "এৰা ভাতনো কেনেকৈ খাবা, এই বেটাই অক্ষৰ ঘৰত চৰ-লাঠি খাওক নাখাওক মোৰ ইয়াতেই আজি

চাৰি বছৰ হ'লহি তেও সি ভাত-আঞ্জাৰ গত লগাব নোৱাৰে। সি সদায় চিনি পালে সেই বৌনে-ফৌ মাছকে আনিব। অন্য কিবা সাল-সলনি কৰি আনিলেহে।"

বাহিৰত মক্কেল এজনৰ কাণত পৰে। "দেহি ঐ ভগবান আমি পুঠী-খলিহা এটিও বৰত ভাজি-বলৈ পোৱা নাই উকীলনী আইদেউৱে বৌক কিবা ফৌৰ উপমা দিছে। ( মনে মনে, ডাঙৰ মানুহৰ কথাই সুকীয়া। )"

( মাকে ) সোণকণ কালি ৰাম-নাৰায়ণ গুৱালাই দিয়া মাখনেৰেই খাবানে? বুঢ়ী-মাকে মাত লগাই "আহী মোৰ জানটো গিৰিধাৰীয়ে দিয়া দৈৰে খাগ।" জানটোৱে দিনত অন্নপূৰ্ণা (T. B. ভাণ্ডাৰৰ) সেলা মিঠাইৰে পেট ভৰাই থৈছে। ভাত খাই ক'ব পৰা। যাহওক সকলো আলাসৰ মাত পাই উঠি গৈ "Dining Table" পালেগৈ। প্ৰথমেই ভাতত কণা চাউল এটা পালে। কিনো মোৰ ভগৱানৰ ইচ্ছা "ফুটা চকুতে কুটা পৰিলে। সোণকণে বাপুটিৰ গালৈ ভাতৰ থাল দলিয়াই শুই থাকিলগৈ।

ইফালে দেউতাকে মোৰ ডাক্তৰক লৈ ওলায়হি। মোৰ ডাক্তৰে "ষেটিছ্ কপ্" দি কোনো বেমাৰ সোণকণৰ গাত ধৰা পেলাব নোৱাৰে। বেমাৰ হৈছে—( পৰীক্ষা+দিনত ৰস গোল্লা )। ডাক্তৰবো চিন্তা হ'ল। উকীলৰ কথাতেই দাম। এনেয়েনো কৈছেনে? তেওঁ পেটে পেটে ভাবিলে কিজানি ষেটিছ্ কপ্ৰ ভিতৰত কুমাৰণীয়েই বাহ লৈছে। ইয়াতটো চাব নোৱাৰি। যাহওক আজি-কালি ডাঙৰ ডাঙৰ বিলাকেও "Liver trouble" য়েই বেছি বুলি কয়। ইয়াকে ভাবি ডাক্তৰ বাবুৱে এখন "Prescription Liver trouble" বুলি দি যায় আৰু লগতে কৈ যায় যে সেই দেৱাই মজুমদাৰৰ ফাৰ্ম্মেসীতহে পায়। অন্যতো পাব পাৰে কিন্তু বস্তু ভাল নহয়। সোণকণক দেৱাই আনি খুৱাই। অৱশেষে সেইটো দেৱাই সোণকণে নিজেহে "Private"কৈ খায়, গতিকে কি কৰে কব নোৱাৰোঁ।

পৰীক্ষা ওচৰ চাপিল। "পালেহি চ'ত সোণ-কণে ধান ৰ'ব ক'ত?" পৰীক্ষাৰ কেইদিনত বাকনি কেৱাজনবো বিদায় সভা পাতিলে। নতুন মানুহ ভৰ্ত্তি কৰি আইদেউৱে "Public Commi-ssioner"ৰ ৰাবটি ল'লে। সোণকণৰ সেই কেইদিন "Diet" আছিল "Special" নাম বিলাক ঠিক ক'ব নোৱাৰোঁ। আটাই বিলাক সাগৰৰ সিপাৰৰ টিনত অহা। "Diet"তেনো কি পাছ কৰাব যদি সোণকণ অশ্ব=কিভাপ-মহিষ্ এজন বলৱন্ত পুৰুষে আনো গছৰ ওপৰত উঠিব পাৰে, যদি তেওঁ চেষ্টা নকৰে। সিবিলাক যিকি নহও দৰ্প পিচদিনা পুৰা পৰীক্ষা ঘৰত সোমালগৈ। আৰু তেওঁ পৰীক্ষক বিলাকক বাঘৰ নিচিনা দেখিছিল। সোণকণৰ লগত মহলাও গৈছিল। প্ৰশ্ন কাকত দেখি সোণ-কণৰ মুখত হঠাতে পৰালি পৰিল। কিয়নো কোনো দিনে নেদেখা শুনা কথা। ইফালে মহলাও নিদিলে। ছে' হৰি! সোণকণক ভাল বধিলা। সোণকণে সেই সময়ত সৰস্বতীক লগ পোৱাহেঁতেন হবলৈ গৈ মাতৃ-দেৱীৰ আগত গতাই দিলেগৈহেঁতেন। "Parker pen" বেঞ্চত খুন্দি-য়াই "Blank paper submit" কৰিলে। ৰাম দাসৰ দোকানৰ ফালে চাইকেলৰ চকৰী ঘূৰিল। দোকানীবিলাকে বাহ্ বাহ্ দৰ্প বাবু পৰীক্ষা দি আহিলেই। এবা অ "paper" খন বৰ "easy" আছিল। মই টান টান "lessonহে prepare" কৰি আহিছিলোঁ। "জানে দিজিয়ে দৰ্প বাবু" "আপকো ফেল্ কৰণেৱালে লোগ য়ঁহা কোঈ হোতেহো নহী।" "ঠিক কহতে হোঁ।" এই দৰেই মধুসোধনৰ দোকানত কিছু কথা-বতৰা চলিল। মধুৱে কয়—"বাবু আমাৰ মনে হয়েছে আপ্নাৰ তবিয়ত একটু আজকে খাৰাব।" "দৰ্পই—মধুসোধন.........."তাহইলে কি কৰা যায় আবাৰ?" হে......হে......হে......বাবু যদি ৰাগ কৰেনা আমি একটু জিনিষ দিতে পাৰি। "বলেন দেখি," একটু মাল খাইয়ানেন্। মাল কি বস্তু? মাল.........?

মটৰৰ বাবু। উ………মই বুজিছোঁ। কিজানি বলিয়া হওঁ। না, না আমি এত বেছি দিব না। একটু কম কৰিয়া যান্। যদি আপ্‌নি দৰ কৰছেন, তা হইলে আমাৰ বিচানাই একটু ঘুমাইয়া তাৰ পৰে দেখ্‌বে যে আপ্‌নি কোঠায়"—"হাক অকনমান দে। পৰীক্ষাটো কৰিলোঁ নেই—আমাৰনো কি আছে। নাই বডা মাটি, নাই গুৱাহাটী।" দৰ্প বাবুৱে অলপ খাই লৈ মধুসোধনৰ বিছনাত উৰহকে সাক্ষী কৰি শুই যায়।

স্কুলৰ ওচৰত দৰ্পক বিচাৰি "driver" মটৰ লৈ হাজিৰ। দৰ্প বাবুক ক'ত পায়। দৰ্প বাবু মধুসোধনৰ বিছনাত। কলাই ড্ৰাইভাৰ ঘৰলৈ গুছি যায়। কমলা দেৱীয়ে সোধে,—"কণ মোৰ পোণা ক'ত ?" আ………ই………দেউ আজি সক হাকিমক নাপালেঁ।। (ভয়ে ভয়ে) ক'ত বিচাৰিছিলিগৈ?—স্কুলৰ আগত। তই মোৰ আগত হ'ম নিদিবি দেই। নাপালি কলৈ গ'ল। ৰ মোৰ আগত এটম বম্ দেউতাকৰ আগত।"

সোণক বিচাৰি ঘৰত খদম্ দম্। কমল বৰুৱাও কাছাৰীৰ পৰা ওলাইছি আৰু সোণকনক বিচাৰে। মাকে ভাবিলে তেখেত কাছাৰীৰ পৰা আহোঁতেই সোণকনক নাপালে বুলি ক'লে খঙত ৰান্ধনি ড্ৰাইভাৰ ইত্যাদি সকলোকে খেদিব। মই আকৌ ৰান্ধনি পাই মানে ভাত ৰান্ধিব লাগিব। ইয়াকে ভাবি…"সোণকন মামাকৰ লগত ফুৰিবলৈ গ'ল।" তলে তলে সোণকনক বিছাৰি হুলস্থুল। হাহওঁক সোণকন পৰীক্ষা দি ৫-৩০ মান বজাত ঘৰ পাইছি। মাকে গণেশ স্বৰূপে সোণকনক নৈবেদ্য আদি পূজা-পাতল কৰি সোধে—"পোনা তোমাক এই বন্দী দেৰীয়াৰ পিতেকে আজি ক'ত বিচাৰিছিলোগৈ?" "অ' মা আজি নগল কাৰণে মই—হৰি হৰি আমনি লাগি গ'ল।" এৰা মোৰ জানটোৱে মোৰ বিনা হুকুমত ক'তো নাথাকে। মাত্ৰ এই কুকুৰেহে মোক হ'ম দিছেহি। বাক আজি দেউতাক ঘুৰি আহক ৰ। মোৰ হুকুম চলেনে তোৰ Ply mouth চলে চাম।"

এনেতে আগফালে গাড়ীৰ হৰণ বজায়। অ' কওঁতেই পালেহি। তেখেতৰ আযুস দীঘল। বৰুৱানী আইদেউয়ে উকীলৰ আগত সকলো পে'শ কৰিলে। বৰুৱাইও কোনো কথাৰ সচা-মিছা বিচাৰ নকৰি সহ ধৰ্ম্মিনীৰ কথাতে মাটিকে সোণ বুলি কনক বিদায় দিলে। ফলে বাকী থকা পয়ছা বিচৰাত—অনেক লিখিব নোৱাৰা কথাৰে পুৰস্কাৰ দিলে।

মোৰ সোণ IIIতেই ওলমি থাকিল। তেতিয়া বৰুৱা বৰুৱানীৰ কথোপ-কথন চলিল। "হয়নে হেৰা তাৰনো বয়স হৈছে কিমান? কালিৰ ল'ৰা প্ৰশ্ন কাটিছে এই। নহয় বুজিছে তাক এজন ঘৰুৱা শিক্ষকক ধৰি দিয়া হওঁক। শিক্ষক নো পোৱা ক'ত? আপুনিও ভাল কথা কয়। এই কলেজৰে বহুত ল'ৰাই ফিজৰ লগত আকাশ পাতাল দেখিছে। কিমান দিন মোৰ ওচৰলৈ আহিছে। আপুনি জানো জানে? তেন্তে তুমি যি ভাল দেখা কৰা। ইয়াকে ভাবি মথুৰ শৰ্ম্মাৰ বাৰীৰ চুকত ঘৰ সাজি থকা স্থানীয় কলেজৰ বানিজ্য শাখাৰ ছাত্ৰ শ্ৰীপ্ৰেমধৰ বৰাকে শিক্ষক নিয়োগ কৰিলে। দৰ্পৰ পঢ়াৰ সময় ঠিক কৰিলে আবেলি ৫ বজাত। মাষ্টৰ কেইদিন মান আহি দৰ্পৰ কাৰণে বহুতো অপেক্ষা কৰিব লগা হ'ল! আইদেউক ক'লে—আইদেউ আপোনাৰ দৰ্প এই সময়ত দেখোন নাপাওঁয়েই. এৰা মাষ্টৰ ল'ৰা তুমি অলপ দেৰী হৰিবা, অৰ্থাৎ ধৈৰ্য্য ধৰিবা। তোমালোকৰ দৰে আমাৰ লৰাক যেচিনৰ দৰে কাম কৰিবলৈ নিদিওঁ। দেউতাকে কলিকতাৰ পৰা ১২৬৲ টকাৰ খেলনা আনি দিছে তোমাৰ লগত লাগি সেইবিলাকত মনৰ লগাব নোৱাৰে। মাষ্টৰে মনে মনে হিচাব জুৰিলে ১২৬৲ টকা মোৰ (দহ মাহৰ কলেজৰ ফি+বছেৰেকীয়া বৰঙনি) হায় হায় এই লৰাটোৰ লগত দেউতাকে ইমান বিলাক টকা খেলনাত খৰছ কৰিছে। তাৰ পঢ়াৰ

লগত বা কিমান কৰিব। অ' বাক কোন সময়ত আহিম। ৬ বজাত অহাটোকে কৰ্ঁ। ভাল বাক তাকে কৰিম। এইদৰে প্ৰেমধৰ বৰা সেইদিনাৰ পৰা ৬ বজাত আহিবলৈ ধৰিও একে দশা? দৰ্পক পঢ়ুৱাবলৈ কি উপায় ল'ব লাগে মাষ্টৰে ধৰিব নোৱাৰিলে। পঢ়াৰ সময়ত দৰ্পই কাক কেনেকৈ চলে-বলে হকৱালে সেই কথা। অলপ দেৰীৰ পিছত টোপনি আহে, আৰু শুই থাকে।

পুনৰ আইদেউক ক'লে। আইদেউৱে উত্তৰত —"হেৰা মাষ্টৰ ল'ৰা তুমিও কলেজতে পঢ়িছা বুলি তোমাৰ বিবেচনা শক্তি মই দেখিছো একেবাৰেই কম। তুমি নো তাক পঢ়ুৱাবলৈ এতিয়া আহানে। পুৱা আহিবলৈ নোলোৱা কিয়? মাষ্টৰে পেটে পেটে ভাবে কিনো আপদ অ'। ধনী মানুহৰ পোছাক পৰিচ্ছদৰহে দাম বেছি, কথাৰ দাম একেবাৰেই নাই। তেখেতেই পঢ়াৰ সময় ঠিক কৰি দিয়ে তেখেতেই মোৰ বিবেচনা শক্তি নাই যেন বোধ কৰে। 'হে হৰি এই কলেজৰ Fee কেইটাৰ লগত নিজৰ ব্যক্তিত্ব কিমান হেৰৱাম। খোলা-খুলিকৈ সকলো কথা কৈ স্পষ্ট বাদীতাৰ পৰিচয় দি যাব পাৰো। কিন্তু পৰিণাম 'defaulter', যাহওক মোৰেই—কপাল। ঠিক কথা মিদিনা ছুবিবলৈ যাওঁতে ভাবেছে মহেন্দ্ৰ নেওগে কৈছিল 'King can do no wrogng.' এতিয়া তেখেতৰ ঘৰত আৰু ছুৰীয়াৰ ওচৰত উকীল বজা বৰুৱানী ৰাণী। গতিকে তেখেত সকলৰ ভুল ক'ত? দোষ মোৰ, পিচ দিনাৰ পৰা পুৱা আহিবলৈ ল'লে। আকৌ সেই একে অৱস্থা। "দৰ্প হ'লনে আহা, ভিতৰৰ পৰা আইদেউৱে মাত লগায়—পাৰ জেতুকী নেহৰালক বহিবলৈ কগে মোৰ সোণ, আমাদাৰে পাইখানা চাফা নো কৰোতেই উঠিবৰ হোৱা নাই। মাষ্টৰেও সোণকন আহিব আহিব বুলি বাহিৰত তপস্যা কৰি বহি থাকে। আই-দেউৰ মনত পৰে। হে'ৰ জেতুকী—আমাৰ লুচী ভাজিবলৈ ঘিউ নাই বুলিছে। সেই দালৰ হতুৱাই অনাই লব পাৰ দেখোন। হয় আইদেউ পয়চা দিয়ক। মাষ্টৰে ঘিউ আনি দিয়ে তাৰ বিনিময়ত নাল ভগা কাপ এটাত চাহ আৰু এখন দেৱা লুচী পায়। মাষ্টৰেও সোণকোটাকে মুকুটা বুলি চাহ টুপি খাই গাত এটা হেৰোৱা উত্তাপ আনি লয়। সোণকন কিতাপ ফলি লৈ ওলাই আহে। মাষ্টৰে পঢ়ুৱাবলৈ আৰম্ভ কৰে। এনেতে সোণ-কনৰ মামাক বেনাৰসৰ Engineering college অৰ পৰা ওলায়হি। ফুটা চকুতে ফুটা পৰিল। সোণকনৰ ছুটি হ'ল। এই দৰেই তেওঁ চুচৰি বাগৰি জিৰাই শতাই Class VII পায়গৈ। মাষ্টৰ বোপাইও এনেতে নানান দুখ কষ্টৰ মাজেদি B. Com. পাচ কৰে।

ইতিমধ্যে সোণকনৰ দেউতাক Blood pressure অত মহাপ্ৰয়াণ হয়। যদিও কমল বৰুৱাৰ অনেক টকা পইচা আছিল, সেই কথা যম দূত কেইটাই সিবিলাকলৈ উভতি নাচালে। লাহে লাহে সোণকন ইতৰ ঘৰৰ অৱস্থা কাহিল হৈ আহিল। বৰুৱানী আইদেউৰ উৎপাত, ভেম, অহঙ্কাৰ কালৰ চেপাত চেপেতা হ'ল। কমলা দেৱী এতিয়া পৰৰ চৰণত সেৱী। সোণকন শুচি 'আমকন'। ইঃ মোৰ প্ৰভুৰ ইচ্ছা। ফক্কেকৰ ভোজ থাওঁতা নাই। ঠিক কথা—সেই কাৰণেহে মিদিনা মনেশ্চৰে কৈছিল ৰাতিটোতে হাতীটো। এতিয়াহে বুজিলো হাতী সেইটো। যিবা মোমায়েক এজন আছিল তেৱোঁ কমাৰ বকাৰ Train accident অ'ত প্ৰাণ বায়ু নাশিলে। সচা কথা বিপদ চাৰিও ফালৰ পৰাহে আহে। অৱস্থাৰ কি প্ৰচণ্ড প্ৰতাপ। বৰুৱানীৰ যি ঘ'ত দুই এটি ভাড়া ঘৰ আছিল তাৰো ভাড়া নোপোৱা হ'ল। ঘৰো উৰ্দ্ধলি গল। যেৱামতিৰ অভাৱত Bank ও fail মাৰিলে। কালৰো কাল বিপৰীত কাল হৰিণাই চেলেকে বাবৰ গাল। কোনেও বৰুৱানীক উভটিয়ে নোচোৱা হ'ল। সকলো সা-সম্পত্তিয়ে হয় বৰুৱানীক দাঁত নিকটাই উভটি ধৰিলে।

সোণকনেও Pocket expenseৰ কাৰণে দেউতাকৰ Law book, chambers dictionery আধা মূল্যত কলীয়া ড্ৰাইভাৰৰ পুতেকক বেছিব লগা হ'ল। মাকেও ৺কমল বৰুৱাৰ শোকত—গহনা-পাতি ভাল নেপায় বুলি মাৰোৱাৰীৰ বাকচতে ৰাখিলে। সোণকনে সেই ওৰৰে টকীহলৰ গৰাকীক কোনোবাই অন্যায় কৰে বুলি—গেটৰ ওচৰত চকু কাণ দিবলৈ ধৰিলে। পৰৰ দুখত দুখী হৈ ৰাতি টকী হলতে গেটকীপাৰ, বিজ্ঞাবালা আদিৰ লগত এক গেৰ, এক গেৰ, এক দিনে নাই কেৰ বুলি থাকিবলৈ ল'লে। টকীহলৰ গৰাকীয়ে এই কথাত ভাল নাপাই সোণকনক তাৰ পৰা বিদায় দিলে।

এনে ঈশ্বৰৰ ইচ্ছা সিফালে Income Tax অফিচ, আবিৰ্ভাৱ হ'ল, কিনো বিপৰীত সোণকনৰ 'Private tutor' শ্ৰীপ্ৰেমধৰ বৰা তাতে 'Officer' হ'ল। মাষ্টৰেও কৃতজ্ঞতা স্বীকাৰ কৰি সোণকনক তাতে Tax collector কামত নিয়োগ কৰিলে। উশ্ কি ভাগ্যৰ ফেৰ—আজি ৺কমল বৰুৱাৰ পুতেক দৰ্শইও (সোণকন, জানটো, পোনাটো, আমকনেও) প্ৰেম বৰাৰ অনুগ্ৰহ ল'ব লগা হ'ল কলীয়া ড্ৰাইভাৰৰ পুতেকক Law book বেছিব লগা হ'ল।

---

# প্ৰতিশোধ।

শ্ৰীস্বৰ্ণকমল বৰগোহাঁই
২য় বাৰ্ষিক (বাণিজ্য)

সিদিনা দেওবাৰ, দুপৰীয়া খাই বৈ উঠি বাৰান্দাৰ আৰামী চকীখনত আউজি 'ফিলচফি' খন মেলি বহী আছোঁ। কাষতে কুসু আৰু কণুৱে খেলাকি কৰিছে। এনেতে সহধৰ্ম্মিনী অৰুণাই তামোল কেইখন খনৰে বটাতো 'তামোল থাৰ্ডক' বুলি আগবঢ়াই ল'ৰা ছুটিৰ লগত খেমালিৰ ভাগ লৈছে। তামোল খন মুখত গুজি 'কেচ'টোৰ পৰা চিগাৰেট এটা জ্বলাই হুপিছোঁ। নিজৰ ব্যস্ততাৰ বিষয়ে ভাবি মনটো বৰ গধুৰ হৈ পৰে—দেওবাৰটোৰ বাজে আহৰি নাইকিয়া দিন কেইটা দিনৰে দিনটো কলেজত আৰু গ'বাৰ মাজত দৰ্শন শাস্ত্ৰৰ তথ্য উদ্ঘাটন কৰাৰ বিষয়ে।…

এনেতে পিয়নটোৱে এখন চিঠি দি গল। চিঠিখনৰ খামটোৰ ওপৰত লিখা ধুনীয়া আখৰ কেইটাই মোৰ হৃদয়ত এটা দুৰাকাঙ্খাৰ আলোড়ন তুলি দিলে। হঠাতে হাত দুখন কঁপিবলৈ ধৰিলে। চকুৰ আগত অন্ধকাৰ দেখা পালো। এনে এটা মুহূৰ্ত্ত সপোনতো কামনা কৰা নাছিলো। পঢ়িবলৈ বুলি খুলি ললো। তাৰ ভিতৰৰ প্ৰত্যেক আখৰ টোৱেই যেন একোটা জুইৰ তপত ফিৰিঙতি ফস্তেকতে যেন মোক দাহ কৰি পেলাব খোজে।

শ্ৰীচৰণ কমলেষু।

বোধকৰো প্ৰথমতে আচৰিত হৈছে। কিন্তু আচৰিত হব লগীয়া একোৱেই নাই দাদা। স্নেহৰ বন্ধন পৰম পিতাৰ দান। তাৰেই নিৰ্ম্মালি নিবিনি গ্ৰহণ কৰে যেন। আপোনাৰ—২০ বছৰৰ আগৰ সেই কথাক মনত পৰেনে—এদিন নিবিড় অন্ধকাৰত এটা পাপৰ বোজা লৈ অন্তৰ্দ্ধান হোৱা কলঙ্কিনীক? নিশ্চয় মনত পৰে আশা কৰো।

যেতিয়া ঘৰৰ পৰা এখনি অন্ধকাৰ জগতলৈ ওলাই আহোঁ তেতিয়া মোৰ কেনে অৱস্থা আছিল সেইটোও বোধকৰো পাহৰণিৰ বুকুত মাৰ যোৱা নাই। যি দিনাই আপোনাৰ ম্লান বদন খনি মোৰ হৃদি আকাশত ভাহি উঠিছিল সেই দিনা অসহ্য হৈ উঠিছিল। সেই কাৰণেই এই নৰকলৈ ওলাই আহিলোঁ। পূৰ্ব্বৰ স্মৃতি পুনৰ সোঁৱৰাই দিয়াৰ বাবে ক্ষমা কৰিব। সেই দিনটোৰ কথা সুঁৱৰি মোৰো বুকু কঁপি উঠে।

এনে দুৰ্দ্দিন সকলোলৈকে নাহে—মাত্ৰ মোৰ নিচিনা অভাগিনীৰ বাহিৰে। আপোনাৰ সুখ্যাতি চাৰিওফালে বৈ পৰিছে বোধ কৰো তাৰ বাবে ঈশ্বৰক সদায়েই প্ৰাৰ্থনা কৰিছো; সংসাৰখন যেন মধুৰ হওক।

তাৰ পাছত আহি কেনেকৈ বিশটা বছৰ কেনে দুঃখ-কষ্ট অভাৱ-অনাটনৰ মাজেদি কটালোঁ তাক জনাই আপোনাৰ ভাবৰ বোজা গধুৰ কৰিব নোখোজোঁ। লগে লগে আকাশত অকস্মাৎ উদয় হোৱা এছটি কাদম্বৰীৰ দৰে এটি সন্তান মোৰ কোলাত পৰিলহি, লালন-পালনৰ নিমিত্তে। তাৰ বয়স এতিয়া প্ৰায় বিশ বছৰ।

আজি এই পাপিনী মৃত্যুৰ দুৱাৰ—দলিত। আপুনি মহান। সেই অতীতৰ কণ্টকৰোৱা ভুলটোৱে আপোনাৰ কেতিয়াও বিকাশ পথত হেঙাৰ দিব নোৱাৰে। তাৰ বাবেই আজি ইমান ব্যৱধানত আছোঁ। জীৱনৰ গুপুত ৰহস্যটো ঢাকি।

জীৱনত আপোনাৰ পৰা একো ভিক্ষা কৰা নাছিলোঁ। কিন্তু আজি এই বিদায় বেলিকা এটা ভিক্ষাৰ প্ৰাৰ্থী নহৈ থাকিব পৰা নাই। আশাকৰো পূৰণ কৰিব। মোৰ নয়নৰ মণি লৰাটোৰ অৱস্থা ভাবি হিয়া ভাগি গৈছে। অৱশেষে আপোনাৰেই ল'ৰা। মোৰ জীৱিত কালত তাক একো কৰি যাব নোৱাৰিলোঁ। মোৰ মৃত্যুৰ পাছত সি অঠাই সাগৰত পৰিব। তাক আপোনাৰ বাহিৰে চাবলৈ কোনো নাই। তাক এতিয়া গতাই দৈ যাব পাৰিলেই মই নিশ্চিন্ত মনেৰে পৰকালৰ চিন্তা কৰিব পাৰিম। এয়েই মোৰ জীৱনৰ প্ৰথম আৰু শেষ ভিক্ষা।

সংসাৰত দুখীয়াক পুতো কৰা—নিঃসহায়ক সহায় কৰা সাংসাৰিক ধৰ্ম্ম। তাৰ প্ৰতিকূলে বোধকৰো আপুনি কেতিয়াও নাযাব।

ভুল বুজুজে যেন। তাকে বুকুত বান্ধি সকলো দুখ পাহৰি আছিলোঁ। আজি মই কোনো এক অজান দেশলৈ গুচি যাম—এটি জীৱৰ মুক্তিৰ অনুসন্ধানত। সৰগ নৰক বা য'তেই নাথাকো তাৰ উন্নতি দেখিলে পৰম সুখী হম। ইয়াত সন্দেহ কৰিব লগীয়াও একো নাই। আমাৰ ৰহস্যটোৰ বিষয়ে জগতৰ কাৰো বিদিত নহয়।

আপুনি লৰাটোক নিজৰ বুলি ভাবি ললেই শান্তি পাম। নিশ্চয় অনুৰোধ ৰক্ষা কৰিব। বিদায়—চিৰ বিদায়। ইতি—

আপোনাৰেই এদিন
—ৰমা—

গত বিশ বছৰৰ পাছৰ ঘটনাটো ক্ৰমান্বয়ে মনত ভাহি উঠিল। অন্তৰখন হৈ পৰে আকুলতা মন যায়—চিঞৰি জীৱনৰ প্ৰতিটো বেদনা ব্যক্ত কৰি দিবলৈ; কিন্তু নোৱাৰো। অকণাৰ আগত সংযম কৰিবলৈ কুণ্ঠিত হৈ পৰোঁ। চিঠিখন ফালি ডুখৰি ডুখৰি কৰি পেলাই দিলো। শৰীৰ অৱশ হৈ আহে। উপায় নাপাই বিছনাত শুই পৰোঁ—শান্তি বিচাৰি।…

যেতিয়া মই কলিকতাত থাকি এম-এ, পঢ়ো তেতিয়া আছিলো ভয়-ভাবনাহীন এটি অদূৰদৰ্শী যুৱক। উঠি অহা যৌৱনৰ প্ৰতিটো তপত কণিকাই শিৰা উপশিৰাইদি গতি লৈ চূড়ান্ত সীমা অতিক্ৰম কৰিছিলগৈ। জগতখনক সুন্দৰ চকুৰে চাব পাৰিছিলোঁ, চঞ্চল প্ৰকৃতিৰ বুকুত নিজৰ আকুলতা—বিহ্বলতা খিনি বিছাৰি পাইছিলোঁ।

ঘৰৰ কাৰণে কমাৰ ঘৰ। একমাত্ৰ বাপেকেই তাইক সাৱটি আছিল। সকলোতেই মাক ঢুকায়। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত কলেজৰ প্ৰথম বাৰ্ষিকত ভৰ্ত্তি হৈছিল। ঠিক সেই সময়-তেই বাপেকেও এৰি যায়। তাই একেবাৰে লক্ষ্যহীন হৈ পৰে। আনকি ভায়েক ভনীয়েক বুলিবলৈও নাই। এনে অভিভাৱক হীন অৱস্থা দেখি দেউতা আৰু মায়ে আমাৰ ঘৰলৈ আনিলে। অৱশ্যে আমাৰ ঘৰৰ লগত সিহঁতৰ নিগূঢ় সম্বন্ধ আছিল। নিজৰ ছোৱালীৰ দৰেই মাইতে মৰম কৰিবলৈ ধৰিলে। তাই বয়সত আছিল ১৮ বছৰীয়া ভৰপূৰ গাভৰু। হিয়াত যৌৱনৰ উদ্দাম অদম্য গতি। বুকুত অদম্য উৎসাহ। বৰ ধীৰা—স্থিৰা। অন্তৰখন স্নেহভৰা —অত্যন্ত কোমলতা সনা। সেই লাৱণ্যময়ী মুখ খনিলৈ এবাৰ মোহ নোযোৱাকৈ নোৱাৰিছিলো।···

সেইবাৰ এম-এ পৰীক্ষা দি ঘৰতে আছোঁহি। সুখ গধিত দিন বিলাক হৈ থাকে। কমাইও আকৃষ্ট হৈ পৰে মোৰ প্ৰতি। মযো বুকুৰ চেনেহবে অধিষ্ঠাত্ৰী ওপচাই শেষ নিশাত আধা আন্ধৰকা সপোন ৰচনা কৰিব ধৰো। দিনে দিনে দুয়োটি প্ৰাণ চাপি আহে। অৱশেষত প্ৰেমৰ দ'লটো ভালকৈয়ে গঢ়ি উঠে। নাজানো—কিয় গঢ়িছোঁ—কিয় সপোন ৰচিছোঁ! তাৰেই বা শেষ হব ক'ত? লগে লগে তাই সন্তান প্ৰসৱা হৈ পৰে।···

সচাকৈয়ে পাপী নে কি মই। হঠাতেই কাৰ্য্য কৰি পেলালো। মূৰ ঘুৰাই গ'ল। ৰাতি টোপনি নাহিল। বিছনাত ছটফটাবলৈ ধৰিলো। কমাৰ এনে সৰ্ব্বনাশ সপোনতো ভবা নাছিলো। মাত্ৰ সময়ৰ সুখ উপভোগত লিপ্ত থাকিয়েই দিনবোৰ কটাই দিছিলোঁ—"ওবৰ আৰু চাকিব" দৰেই··· এদিন কমাক কোঠাত বিছাৰি নাপাওঁ—তাই ঘৰত নাই। জানিবলৈ মোৰ বাকী নাথাকিল। হয়তো তাই লাঞ্ছনা সহা অসহ্য কৰিব নোৱাৰি কৰবালৈ গুছি গৈছে। চকুলৈ দোটোপাল অশ্ৰু অহাৰ উচিত আছিল, কিন্তু নাহিল। বোধকৰো অত্যন্ত বেদনাত মানুহে কান্দিব নোৱাৰে, কিন্তু অন্তৰ চুৰমাৰ হৈ গ'ল।···ভাবি আকুল হৈ পৰিলো তাই এতিয়া ক'লৈ যাব? কমাই সেই অকণি অসহায়সকলৰে অনাদৃত ভিক্ষুকৰ দৰে দুৱাৰে দুৱাৰে ভিক্ষা কৰি ফুৰিব পাৰিব জানো?···নহয় ভিক্ষা কৰক।···প্ৰতিটো কথাই বিশ্লেষণ কৰিবলৈ যোৱাৰ পিছত পাওঁ যেন আন কিবা স্বাৰ্থ সোমাই আছে।

পিছ দিনা ঘৰৰ সকলোৱে অস্পষ্টৰূপে বুজিলে। কোনেও তাৰ মূল ৰহস্যটোৰ কথা নাজানিলে তাই আৰু মোৰ বাহিৰে। মাই ঘৃণা আৰু বেজাৰত কান্দিবলৈ ধৰিলে। দেউতা নীৰৱ হ'ল। মোৰ অৱস্থা যে কি হৈছিল প্ৰকাশ কৰিবলৈ ভাৱভাষা নাই।

এতিয়া বাৰ্দ্ধক্যৰ দুৱাৰ দলিত ভৰি দিলোহি। তথাপিও তাইৰ সেই ম্লান আভাখনি কেতিয়াবা ভাহি উঠিছিল। তাই বুকুৰ কেচা কেঁচুৱাক পাপৰ পৰাচিত কৰিছে—মই কৰিছো কি?··· মোৰ দোষ তাইতকৈও বেছিহে। অন্তৰত কোলাহলৰ সৃষ্টি হ'ল। যেন অন্তৰে উচ্চস্বৰে কবলৈ ধৰিলে—"কমা তোমাৰ [সেইদৰে লৰাটোৰ ভাৰ মই লৈছোঁ। তুমি হ'তে থাকা—শান্তি-লভা। তাৰ লালন-পালনৰ ভাৰ মোৰ ওপৰত।

সোমবাৰ। কলেজলৈ যাবৰ সময় হ'ল। মনটো কেনেবা লাগিছে। অকণাৰ আগত মোৰ ব্যাকুলতাখিনি লুকুৱাই থওঁ। হলেৰে ভাত কেইটা খাই কলেজলৈ বুলি বাহিৰ কৰিলো। বাটতে এটা লৰাক লগ পালো। সি মোক দেখিয়েই 'ডাঙৰীয়া নমস্কাৰ' বুলি গুৰুৱাই লৰি আহিল। সেই দুখীয়া লৰাটো। নামটো বিক। তাৰ চেহেৰা ঠিক মোৰ নিখুঁত নকল। সাজ-পাৰত ফটা-ছিটা কাপোৰ। মোৰ জানিবলৈ আৰু বাকী নাথাকিল যে সি মোৰেই পুত্ৰ বিক। তাক

সাৰটি লবৰ আকাঙ্খাই মোক বিভ্ৰত কৰি তুলিলে। অন্তৰ তোলপাৰ লাগিল। কোনোমতে সংযত হৈ সুধিলো—'তোমাক কি লাগে। কিবা দৰকাৰ আছেনে কি?' সি মাত্ৰ লোটোপাৰ চকু-লো পেলাই কৰ্পা কৰ্পা মাতেৰে ক'লে—'মোৰ মা কালি ঢুকাল। সংসাৰত কেৱল মোক এৰি গুচি গল। মৃত্যুৰ আগতে আপোনাৰ ওচৰলৈ আহিবলৈ কৈছিল। কিবা এটা কাম কাজৰ দিহা কৰিব পাৰিবনে?' আৰু কব নোৱাৰিলে। হুক্ হুক্ কৰে কান্দি পেলালে।

তেন্তে কম ঢুকাল। হায় অভাগিনী তাই। তাই কেতিয়া এই মহাপাপৰ ক্ষমা কৰিব পাৰিছিল?... অন্তৰে আৰ্তনাদ কৰি কান্দি উঠিব খুজিলে। মোৰ পৰিবৰ্তনটো কোনোবাই লক্ষ্য কৰে বুলি অলপ ব্যস্ততা দেখুৱাই কলো—'বাৰু, মোৰ ঘৰৰ সৌ বাৰান্দাতে বহাগৈ। মই ঘূৰি আহি সকলো শুনিম।'

কলেজত গৈ সকলো খেলি মেলি হৈ পৰিল। অশান্ত মনক স্থিৰ আনি দিব নোৱাৰিলোঁ। ক্লাচ আৰু নলৈ সোনকালে ঘৰলৈ গুচি আহিলো। মনৰ জড়তাও কিছু কমিল।...ঘৰ পাই দেখোঁ বিৰু চুক এটাত বহি আছে। ওচৰতে তাক বহুৱাই শুধিলোঁ—তোমাৰ মাৰাৰ কি হ'ল?

সি ধীৰে ধীৰে ক'লে—কালি মা ঢুকাল। তাৰ পাছত সি আকৌ কান্দোন আৰম্ভ কৰি দিলে—মোৰো বুকু ভেদি এটা তপত হুমুনিয়াহ ওলাই পৰে। করুণ সনা সুৰেৰে সি কবলৈ ধৰিলে—ডাঙৰীয়া এই সংসাৰত মোৰ কোনো নাই। মই আপোনাৰ ওচৰলৈ আহিবলৈ কোৱাত আজিয়েই আহিছোঁ। মোক অকণমান আশ্ৰয় দিয়ক। মই ঘৰৰ সকলো কাম বন কৰিম।'

সম্বোধনটো কেনেবা লাগিল। এইবাৰ ঈশ্বৰৰ ওচৰত কঠোৰ পৰীক্ষা এটাত উপনীত হৈ পৰিলোঁ। ইয়াৰ সমাধান কেনেকৈ কৰো? মোৰ একোৰে অভাৱ নাই। দেশ জুৰি দৰ্শন শাস্ত্ৰত খ্যাতি আছে। হঠাতে যে মোৰ ঔৰসজাত বিৰু ওলাবহি সপোনতো ভৱা নাছিলোঁ। অথচ তাক মই গ্ৰহণ কৰিব নোৱাৰো। পুত্ৰ বুলি সাৰটি লব নোৱাৰো। আজিহে বুজিছো—পুত্ৰ স্নেহ কেনে গভীৰ। ইমান দিনে আৰ্জ্জন কৰা যশ এক মুহূৰ্ত্ততে ধূলিস্যাৎ হৈ যাব খুজিছে। হে ভগৱান! এবাৰ চকু মেলি চাবানে?

তাৰ কান্দোন শুনি অকণা ওলাই আহিল। তেওঁৰো হৃদয় কমাৰ দৰেই সৰল। অন্তৰ ভৰি ভাল পায়। যদি মোৰ কথাটো জানে? ভয়ত মোৰ বুকু সঘনাই কঁপি উঠে। বিৰুৱে আকৌ কবলৈ ধৰিলে—'ডাঙৰীয়া আপোনাৰ ঘৰৰ পৰা মই নাযাওঁ। চৰণত ধৰি কৈছো একেদি আশ্ৰয় দি করুণা কৰক।'

অকণাই 'অঁইনো কোন' বুলি ওচৰলৈ চাপি আহিল। মই এইবাৰ সংযত হৈ থাকিব নোৱাৰিলো। বোধকৰো মুখখন ঢাকি কলো—এওঁৰ মাক কালি ঢুকাইছে। বৰ্ত্তমান নিৰাশ্ৰয় সেই কাৰণে আমাৰ ইয়াত আশ্ৰয় বিচাৰিছে। মোৰ কথাবাৰ শুনি অকণাৰ স্নেহৰ আভাখনি ফুটি উঠিল। মইও লক্ষ্য কৰি কিছু সকাহ পালো। বিৰুক উদ্দেশি অকণাই সুধিলে তোমাৰ নাম।

—বিৰু।

—তোমাৰ মা কেনেকৈ ঢুকাল? কিবা অসুখ হৈছিল নে কি?

—বহুত দিন জ্বৰত ভুগিছিল।

—তোমালোক ক'ত আছিলা?

—শিৱসাগৰ আমোলা পট্টিত।

—তোমাৰ দেউতা নাই নে কি?

"এইবাৰ মোৰ উশাহ বন্ধ হৈ গ'ল। সি ধীৰে ধীৰে কবলৈ ধৰিলে—মই সৰু হৈ থাকোতে এদিন দেউতা কবৰালৈ গুচি গল—আকৌ ঘূৰি নাহিল। বৰ্ত্তমান মই নিৰাশ্ৰয় একেদি দয়া কৰি আশ্ৰয় দিয়ক। মই সকলো কাম কৰিম। তাৰ চকুৰেদি দুধাৰি লোতক ওলাই আহিল।...

এদিন অকল শৰে বহুত কথাকেই ভাবি বহি আছোঁ। এনেতে দুজনমান বন্ধু আহি ওলালহি। নানা কথা বতৰাৰ মাজত নিজক উটাই দিছোঁ। ওচৰতে অকণাও বহিছেহি তামোলৰ বটাতো লৈ। এনেতে ফুচু লৰি আহি ককেহি—মা, সৰ্ব্বনাশ। দাদা—তেতেৰে বাঙলী হৈ চোতালত পৰি আছে। হঠাতে ঘৰ খনত তোলপাৰ লাগি পৰে। চিঞৰ বাখৰ শুনি সকলো চাপি আহিল। কেইজন মান 'পুলিচ ষ্টেচনলৈ' লৰ দিলে। গৈ দেখোঁ কণু চোতালত অজ্ঞান হৈ পৰি আছে। গোটেই গা তেতেৰে ৰঙিত। মুৰত এটা অস্ত্ৰৰ দ আঘাত। সকলোৱে পৰিচৰ্য্যা কৰাত লাগিল। মই কিন্তু নোৱাৰিলোঁ। কোনে এইটো কৰিলে? সম্পূৰ্ণ সন্দেহ বিকৰ ওপৰতেই পৰিল। কিন্তু নীৰৱে থাকিব লগীয়াত পৰিলো।

অকণা আকুলি বিকুলি কান্দিবলৈ ধৰিলে। কণুক আস্পতাললৈ নিয়া হ'ল।

পুলিচ আহিল। চুক এটাত লুকাই থকা বিকৰে পুলিচ দেখি লৰি পলাবলৈ চেষ্টা কৰিলে। অকণাই তাক দেখি সন্দেহ কৰিবলৈ কোনো বাকী নাথাকিল যে সিয়েই খুনী। তাক বন্দ কৰিলে। চৰ কিল দি কথাটো বাহিৰ কৰিবলৈ চেষ্টা কৰিলে। সিও নিঃসঙ্কোচে ব্যক্ত কৰি দিলে।

কণুৱে বহুত দিনৰ আগৰ পৰাই তাৰ লগত কাজিয়া কৰি থাকে আজিও তাক চোৰ বুলি মিছা নাম দি লাঠিৰে খুব কোবাইছিল। সিও কাম কৰি থকা দা খনেৰে এটা ঘাপ মুৰত বহুৱাই দিলে। পুলিচৰ চৰ লাঠি চুগুনে তাৰ পিঠিত পৰিবলৈ ধৰিলে। বিকৰে কান্দিবলৈ ধৰিলে। মই কাঠৰ পুতলাৰ দৰে নীৰৱে সহ্য কৰিলোঁ। সি আকুল কণ্ঠে কমাক চিঞৰিবলৈ ধৰিলে—মা' আজি মোক মাৰি পেলাব খুজিছে। তুমি ৰক্ষা কৰা। তুমি থকা হলে আজি মোৰ এই দশা নহকহৈতেন...।

অকণাই সহিব নোৱাৰি যোধকৰো ভিতৰ সোমাল। মই একো কব নোৱাৰিলো। দেহ মনত অপৰিসীম ক্লান্তি নিশ্চয় কমা হৈযাতে আছে। তাইৰ দৃষ্টিত মোক যেন ক্ষন্তেকতে ভস্মীভূত কৰি দিব। মাত্ৰ অচল, অটল, বিমূত হৃদয়েৰে অকণালৈ চাই ৰলোঁ। তেওঁৱেই যে মোৰ স্নেহৰ মাত্ৰ কণু দুহুৱেই মোৰ মৰম পোৱাৰ পাত্ৰ। চকুলো ওলাই আহে। চকুৰ আগৰ পৰা বিকক পুলিচে লৈ যায়...

ই জানো মোৰ বিকৰ প্ৰতি কৰুণা? নহয় প্ৰতিশোধ। কি যে নিয়তিৰ লীলা।



# অনুতাপ।

( কবিতা )

শ্ৰীযজ্ঞনাথ মহন্ত
২য় বাৰ্ষিক ( বাণিজ্য )।

জাগি উঠে পৰাণৰ মুক্ত-ভাৱ শিখা
দেখোঁ আজি দৰিদ্ৰৰ কঠোৰ যন্ত্ৰনা—
অন্ন নাই, বস্ত্ৰ নাই,
হাহাকাৰ আজি
নৰৰ মাজত উঠে ক্ষণে ধ্বনি তাৰ।
আমি অসমীয়া
মুক্ত তেজ শিৰে শিৰে লৈ
কৰিছোঁ গৌৰব ভক্তি কৰোঁ অসম মাতৃক ;
আজি !
দুখ দেখি জননীৰ কান্দে এই
মুমূৰ্ষু পৰাণে !
দৰিদ্ৰৰ নিচিগা লাগি,
দেখা যায় আজি।
যেন আছে সেই বাবে—
কোনোৱা সন্তানে কান্দে জননীৰ আঁচলত ধৰি
'দিয়া আই' 'দিয়া আই'
হৃদয় দগিছে মোৰ তাপে
দুখ লাগে আজি হায়—
দেখি এনে কষ্ট ভোগ জননী পুত্ৰৰ।
সেই বাবে—
যন্ত্ৰনা আকাল ভোগী
অনাহাৰী—
বিপদগ্ৰাসী সকলো সন্তান
কিমতে বাঢ়িব আৰু মাতৃ তোমাৰ বুকত ;
অতীতৰ কীৰ্ত্তি ৰশ্মি জ্বলি আছে সৌ
অসমৰ তিনি পীঠ ভেদি
ইয়ো নোহে অবিদিত
কলিজাৰ কেঁচা তেজ দিছিল কোনেনো
ৰক্ষা হেতু জনমভূমিক
বিদেশীৰ কবলৰ পৰা।

কিন্তু ! তেতিয়াতো নাছিল এনে
অন্নৰ আকাল—
নাছিল এনে বস্ত্ৰৰ নাটনি
নহৈছিল মুমূৰ্ষু জনতা
বিপদৰ কৱাল গ্ৰাসত।
ধৈৰ্য্যৰো আছিল সীমা,
পাৰিছিল বিশ্ব গৰ্ব্বে হুঙ্কাৰ ছাড়িব,
পাৰিছিল বীৰদৰ্পে হিলৈ চলাব,
প্ৰতিজন অসম সেনানী—
কালান্তক যম যেন বিপদ কালত।
এইদৰে ৰক্ষা কৰি জনমভূমিক—
প্ৰকাশিলে অসীম সাহস,
বিজয় পতাকা তুলি—
স্বাধীন যুগৰ,
পাৰ হ'ল শত্ৰুজয়ী সম্ৰাট সকল।
কিন্তু, আজি নাই সেই সম্ৰাট সকল ;
নাই আজি অসমৰ হিলৈ, বৰষা,
যাঠি কোল সঙীন ঢাল তৰোৱাল
যাৰ পৰা চৌ কালি
ভয়ঙ্কৰ নাও।
বিশেষতঃ নাই তেজ
স্বাধীন যুগৰ !
ধন্য হলে অসমীয়া
মানে, জ্ঞানে, ধৈৰ্য্যে গুণে
শিক্ষাই, চৰ্চ্চাই—
নহলহেঁতেন জানো পৃথিবীত
অদ্বিতীয় জাতি ?
যুগৰ কেৰোণ আহি সোমাল যেতিয়া
তেতিয়াই শক্তি হ্ৰাস অসম বাসীৰ
বদ্ধ হ'ল দাসত্বৰ শিকলি পাশত।

মেৰ খালে পাকে পাকে,
আঁহে আঁহে।
ভোল গ'ল অসমীয়া বিদেশীৰ
কৰাল গ্ৰাসত।

*        *        *

এইদৰে, ক্ৰমান্বয়ে দিনবোৰ পাৰ হৈ গল,
উঠিল পুনৰ জাগি জননী সন্তান—
মুক্ত কৰোঁ বুলি
জনমভূমিক ;
শত শত শ্বহিদৰ বুকুৰ তেজেৰে
গাঁঠি ললে জয়ৰ চানেকী,—
নিৰ্ভীক জনতা গ'ল আগবাঢ়ি
স্বাধীনতাৰ মুক্তি সংগ্ৰামত।
সৌ সিদিনাৰ—
"সাতচল্লিচ চনৰ আগষ্টৰ পোন্ধৰ তাৰিখে
"বাপুজী"ৰ আপ্ৰাণ চেষ্টাত,
লাভ কৰি স্বাধীনতা
ছিডি দিলে দাসত্বৰ হাৰ।
ভাৰত মাতৃয়ে।"
আহিল এটুপি পানী জননী মুখত
মুক্ত হৈ পুত্ৰ—
কিন্তু কি হব!
বিধিৰ বিধান ইটো কাহানি খণ্ডিব
সাবিল জাতিৰ পিতা
এবছৰ নৌ হওঁতেই ;
তেওঁৰেই পাছ ল'লে চৰ্দ্দাৰ পেটেলে
এৰি থৈ নিৰীহ জনতা।
আৰু কিবা অভিশাপ
নাজানো আসিয়ো—
সমগ্ৰ পৃথিৱী জুৰি
হাহাকাৰ সি সময় প্ৰজাৰ মাজত
সাৰি গ'ল ৺গোপীনাথ আমাৰ মাজৰ।

*        *        *

গ'ল, যাওঁক নালাগে কৰিব খেদ
সেই বাবে,
আছে যিয়ে বৰ্ত্তমান—
নোৱাৰিনে কৰিব কিবা—
দৰিদ্ৰৰ প্ৰতি?
নোৱাৰিনে, নোৱাৰিনে বাৰু
দাৰিদ্ৰ্য মোচনৰ কিবা উপায় ভাবিব?
উপায় বিহীন আজি জননী সন্তান
কোন ফালে বাট লব,—
কেনি গলে ভাল হব,
সকলো অজ্ঞাত ;
দৰিদ্ৰৰ অভাৱৰ
অশান্তিৰ কলহৰ
হেজাৰ হেজাৰ হেঁচা পিঠিত পেলায়
আগবাঢ়ি যাব খোজে
অসমী সন্তান।
সম্ভৱ জানো? যদি হয় অন্নৰ আকাল
যদি হয় বস্ত্ৰৰ নাটনি
তেন্তে।
কিমতে কৰিব প্ৰজা জীৱন ধাৰণ
শক্তিহীন জাতিৰ সন্তানে—
নোৱাৰে বাঢ়িব আগ
দেখা যায়—
পদে পদে অভাৱৰ কঠোৰ যন্ত্ৰনা
আগবঢ়া সহজ নহয়।

*        *        *

জননীৰ আশা মাথো যুৱক দলত
সেই যুৱকৰ দলে বাৰু—
পাৰিছেনে উঠিব আজি
স্বাধীন চিন্তাৰে?
অন্ন-বস্ত্ৰ অভাৱৰ মাজত সোমাই
নোৱাৰে উধাও কোনো
জাতিৰ সন্তান,—
বুৰঞ্জীৰ পাতে পাতে জলন্ত প্ৰমাণ।
সচা কথা! প্ৰেৰণাই ইন্ধন যোগায়
আদৰ্শই বাট দিয়ে যুৱক দলক,
বুকুৰ তেজৰ ৰাশি দীপ্ত কৰি লৈ

যদিওবা বাঢ়ে আগ কৰ্ত্তব্যৰ বাবে—
আৰ্থিক বিষম সমস্যাই—
ক্ষুণ্ণ কৰি দিব খোজে মুক্ত উৰ্দ্ধ গতি ;
পাছ পৰি আছে যুৱক সমাজ।
আশা আছে ইয়াৰো তো
প্ৰতিকাৰ হ'ব নিশ্চয়,
নিশ্চয় খণ্ডিব দুখ জনমভূমিৰ ;
আহিব এদিন—
যি দিনত শান্তি বৰ্ষি জননী বুকুত
গঢ়িব সুখৰ এক নতুন চানেকী।
তেতিয়া প্ৰতিষ্ঠা হ'ব
সোণৰ অসম ;
শস্য শ্যামলী আৰে
বিলাব বিমল সুখ
নৰৰ মাজত।

---

# প্ৰাণৰ বিনিময়ে···।

শ্ৰীনৰনাথ বৰা
৪ৰ্থ বাৰ্ষিক ( বাণিজ্য )।

তৃতীয় বাৰৰ কাৰণে যোৰহাট মিচন্ হাস্পতালত ভৰ্ত্তি হলো ১৯৫১ চনৰ ডিচেম্বৰ মাহৰ ২৯ তাৰিখে। খোটালি বিলাকৰ ভিতৰত খালি বিচনা নথকাৰ কাৰণে বৰ্ত্তমান গাজৰ বাৰান্দাৰ বিচনা এখনতে থাকিব লগা হ'ল। বাস্তি এনেয়ে আৰক্ত টোপনি নাহে তাতে আকৌ 'বাইদেউ' হঁতৰ জোতাৰ খটখটনিত অলপো টোপনি ধৰা নাই! তাৰো পৰি ওচৰতে কোঠা এটাত এগৰাকী তিৰোতাৰ করুণ বিননিয়ে অশান্তিৰ বোজাটো আৰু গধুৰ কৰি তুলিছে।

এদিন দুদিন কৈ তিনদিন কটালোঁ। দিনবোৰ নাবাৰ দুৰ্দ্দশা। চিকিৎসাৰ ফালে একো পোৱা নাই, মাত্ৰ শৌচ মৰুপানীৰ পৰীক্ষা কৰিছে। আজি চাহাবক কব লাগিব—হয় চিকিৎসাৰ কাৰণে, নহয় ছিলাৰ কাৰণে। ভাবি থাকোঁতেই 'হেড' নাৰ্চ গৰাকীয়ে বিচনাৰ ওপৰে ওপৰে বেমাৰীৰ চাৰ্ট বিলাক চাই যায় আৰু আন এগৰাকীয়ে বিচনাৰ কাপোৰ বিলাক পৰিপাটিকৈ দিয়ে। চাহাব আহিছে। কি কওঁ কি নকওঁ কৰি থাকোঁতেই চাহাবৰ মুখৰ পৰাই শুনিবলৈ পালো। "This poor fellow and that at No. 9 will be operated on Fri-day"—মোৰ অপাৰেচন হ'ব। পেটটো সুৰ সুৰাই উঠে।

আধা লিখা চাৰ্টখন হাতত লৈ বীণা বাইদেউ বৰ বেগাই আহি আচৰিত হোৱাৰ দৰে সোধে—"কি তোমাৰ অহা শুকুৰবাৰে অপাৰেচন হ'ব?"

"হয় বাইদেউ ভালেই পাইছোঁ। আৰু নো কিমান জীয়াতু ভুগিম। হয় ইপাৰ হওঁ, নহয় সিপাৰ। কিয় সুধিলে?"

"নাই—আৰ্ডাৰ বহিত নামটো দেখিছে সুধিছোঁ।" হঠাৎ যেন তেওঁৰ মনটো এটা গধুৰ ভাবে চিন্তান্বিত কৰি তোলে। এখোজ দুখোজকৈ গুছতে।

"কি বাইদেউ। অপাৰেচন কৰোৱা ভাল নহবনে কি?"

"কিয় নহব আকৌ! মই এনেয়ে সুধিলোহে দেই বেয়া নেপাবা।" তেওঁ গুচি যায়।

অলপ পাচতে মোৰ বিচনা হ'ল ন নম্বৰ

কোঁঠাত অলপ ভাল লাগিল বকৰ আৰু ঠাকুৰক লগ পায়। ঠাকুৰবো মোৰ লগতে অপাৰেচন হব। মাজত মাত্ৰ এটা দিন বাকী। অপাৰেচনৰ কথা ভাবিলে পেটটো পুৰিবলৈ ধৰে। অলপ ভালো লাগে—এই বুলিয়েই অপাৰেচনৰ পাচত কেনো আৰু বেমাৰ নেথাকে। কিন্তু মূৰটো ঘূৰাবলৈ ধৰে—যেতিয়া ভাবো ভালকৈ নাহি বেয়াহে হয়। তেতিয়া পৰিয়ালৰ অৱস্থা? হায়! নিয়ঁতী।

দহবজাত ভাত খাবৰ সময়। ভোকো লাগিছে, ৰাতিপুৱাৰ বঙচুৱা পানী টোপাইনো আৰু কিমান টানিব। বটলৰ পৰা অলপ পানী লৈ মুখ হাত ধুই ভাতৰ কাৰণে বাট চালোঁ।

"খোৱা আৰু ফুসাজতে পাবা।" পাল খন দি যাওঁতেই বাইদেৱে কৈ যায়।

"আম কি বাইদেউ! „বেমাৰীয়ে খাব পৰা বস্তুটো দিয়া নাই—বাক আপোনালোকে দিয়ে যেতিয়া ইয়েই পথ্য—খাবলৈ কৈছে খাও।"

ভাত খাবলৈ চাওঁ। এমুঠিমান পেনপেনীয়া ভাত তাতো সমানে ধান তুঁহ আৰু তাৰ ওপৰতে কেইফালমান মাটিমাহ—আৰু দাহিয়েদি ক'লা দাইলৰ পানী বিলাক প্ৰায় বাগৰি পৰিছে। কেৱল মাত্ৰ উৰহী আৰু আলুৰ ভজা অলপ থকাৰ কাৰণে খাব পাৰিম বুলি খাবলৈ চপাই ললোঁ। ধান বাচি বাচি কেই গৰাহ মান খালোঁ। ঘৰলৈ মনত পৰিল। আয়ে বাচি দিয়া ভাত কেইটালৈ। চাৰিওফালে চিঞৰ বাখৰ লগাইছে "কোমল ভাত লাগে—টান ভাত লাগে।" কতই থালকে খেকিচিছে। কিন্তু সিহঁতে পেট ভৰাই নাপালে।

তুলিখনৰ তলৰ থাপটোৰ পৰা চুটকেচটো আনি এটুকুৰা কাগজ আৰু পেঞ্চিলডাল লৈ দেউতালৈ বুলি এখন আগগুৰি নোহোৱাকৈ চিঠি লিখিলো। কি লিখিলো নিজেই কব নোৱাৰোঁ কিন্তু শেষত মাত্ৰ মোৰ লিখা মনত পৰে। "আপোনালোকৰ ঋনতো পৰিশোধ কৰিব নোৱাৰিলোৱেই শেষত মোৰ লৰা-তিৰোতাবো ভৰন পোষণৰ ভাৰ দিলো আপোনাৰ ওপৰতহে ক্ষমা কৰিব।" পৰিবাৰলৈ বুলি চিঠি এখন আৰম্ভ কৰিলো। লিখিবলৈ একো নেপালো। চকুৰ পানীৰে নেদেখা হলো পেঞ্চিলডাল সৰি পৰিল। শেষত এই হাস্পতালত থকা দিন কেইটা দেউতাকৰ হাতত থাকিবলৈ কৈ সামৰি থলো।

"আমি খাই আছোঁ দেই ভাইটি।" ঘৰ কোবাকোবিকৈ বীনা বাইদেৱে খিৰিকি খনৰ ওচৰৰ পৰা কৈ যায়।

"কিন্তু বাইদেউ।"…

"কিন্তু এতিয়া নহয়—আহিম নহয়"—মোৰ কথা শেষ হ'বলৈ বাত নেচাই কৈ যায় আৰু মাজৰ বাটটোৰ ওচৰৰ পৰা ঘূৰি চাই এটা হাঁহি মাৰে।

পাচতহে গম পালো এই বেলা বোলে বাইদেউ না[illegible]। খং উঠিল বাইদেৱে ফাঁকি দিলে।

[illegible] বজাত এবাতি বঙচুৱা গৰম পানী আৰু এটুকুৰা বিস্কুট খাই ঠাকুৰৰ লগত বাহিৰলৈ ওলাই গলো। তেখেতে মন মাৰিছে বুলি কোৱাৰ ভয়ত আগগুৰি নোহোৱা একো আবাৰ কথা কৈ মাজে মাজে মাজে হাঁহিবলৈও চেষ্টা কৰিছিলো; কিন্তু বাহিৰত থাকিবৰ মন নগল। চিঠি লিখিবলৈ আছে বুলি আহি বিচনাত পৰিলোহি।

ৰাতি ৭ বজাত বাৰান্দাত হাঁহিৰ বোল শুনি খিৰিকি খনেদি চাওঁ বাইদেউইত ফুৰিবলৈ আহিছে। নাচৰ কাপোৰ সলাই ৰঙীন শাড়ী পিন্ধি আহিছে। আজি বাইদেউক আৰু ধুনীয়া যেন লাগিল। বৈ চাই থাকোঁ।

"কি ভাইটি শুলাইনে কি?" খিৰিকিখনৰ হাঁহিৰ পৰা বাইদেৱে মাত লগাই যায়।

"শুইছোঁ বাইদেউ! পাচে আপুনিও যে…"

"অ' ফাঁকি দিয়াৰ কথা কৈছা? সেই কাৰণেইতো এতিয়া মাত লগাবলৈ আহিলোঁ।

বাক কালিলৈ ফুল আনি দিব দেই।"

তেওঁ শুচি যায় আৰু বিচনাত কাপোৰ খিনি মূৰে গায় লৈ নিতাল মাৰো।

ৰাতিটো ইমান নীৰৱ। চাৰিওফালে নিজম নিমাত। ওচৰৰ জেলৰ পৰা দুই বজাৰ ঘণ্টাৰ কোব কেইটা টং টং কৈ কাণত বাজি উঠিল। টোপনি নাই। চাপৰিটোত হাস্পতালৰ নিচেই ওচৰতে এটা শিয়ালে ফেউ ফেউ কৰি গহীন ৰাতিটোক আৰু ভয়াবহ কৰি তুলিছে। হঠাৎ শুনিলো ওচৰৰ কোঠাটোত এটা বৰ কাতৰ চিঞৰ। চাৰিওফালে জোতাৰ খট্‌খটনি উঠিল। লাইট বিলাক জ্বলাই জ্বলাই ইটোৰ পাচত সিটোকৈ কোঠা বিলাক চাবলৈ ধৰিলে। শুনিলো সি বোলে বিচনাৰ পৰা বাগৰি পৰিল। ১০।১২ বছৰীয়া এটি ল'ৰা। আজি প্ৰায় ১৫।১৬ দিন টাইফইদ্ ভুগিছে। কালিৰ পৰা সি প্ৰায় সংজ্ঞা হীন অৱস্থাত। তাৰ আৰু মাত নাই।

১৯৪৮ চনৰ জানুৱাৰীৰ ১লা তাৰিখ আজি বৃহস্পতি বাৰ। ৰাতি পুৱাৰ লগে লগে চাৰিও ফালে কোলাহল উঠিছে "হেপি নিউ ইয়াৰ" নাৰ্চ বাইদেউইঁতে ফুল বাকি প্ৰত্যেক কোঠাত ৰোগাবী বিলাকক নতুন বছৰৰ সম্ভাষণ জনাইছে।

"হে পি নিউ ইয়াৰ ভাইটি" বীনা বাইদেৱে সোমাই অহাৰ লগে লগে কৈ আহে।

"কি তুমি এতিয়াও উঠা নাই?" কাপোৰ খন মূৰৰ পৰা গুচাই দি আচৰিত হৈ তেওঁ সোধে আজি নতুন বছৰৰ প্ৰথম দিন আৰু তুমি শুই আছা? উঠা তোমালোকৰ বিচনাৰ কাপোৰ বিলাক সলনাই দিব লাগে। অ' কালি কোৱা ফুল এইয়া দিছোঁ দেই।" ফুলখিনি ঠাকুৰ আৰু মোৰ বিচনাৰ মাজৰ টেবুলখনত ভাল ধৰণে সজাই দিলে।

"কি! হৈছে কি তোমাৰ?" অ' অপাৰেচনৰ কথা ভাবিছা? নাই হবলৈ মনত পৰিছে? নহয়—কালিৰ কথাটোকে ভাবিছেই আছা?" ইটোৰ পাচত সিটোকৈ প্ৰশ্ন বিলাক কৰি যায় কিন্তু মোৰ পৰা একো উত্তৰ নেপাই থৰ লাগি চাই থাকে।

"বাইদেউ একো হোৱা নাই। শুই অভ্যাস কৰিছোঁ কালিলৈৰ পৰাটো একেবাৰেই দীঘল শোৱন দিব লাগিব। হয়তো···।"

"ভাইটি! মোৰ কথা শেষ হবলৈ নিদি তেওঁ খঙৰ সুৰত চিঞঁৰি উঠে আৰু একেথৰে মোলৈ চাই থাকে। আৰু মাত বোল নাই লাহে লাহে আঁতৰি যায়।

৮ মান বজাত নাৰ্চ এগৰাকীয়ে খবৰ দিলে ৰাতিৰত মোকে বিচাৰি এজন মানুহ হৈ আছে। লৰালৰিকৈ গৈ দেখোঁ দেউতা। বুঢ়াৰ অৱস্থা দেখিয়েই শোকে খুন্দামাৰি ধৰিলে। বোধকৰো চিঠি পোৱাৰ পৰাই খোৱা-শোৱা বাদ দিলে। নিজকে সংযত কৰি ওচৰ চাপি গলো, বুঢ়াৰ চকুত পানী দেখি আৰু থিয়েৰে থাকিব নোৱাৰিলো। খাইনিতে বহি পৰিলো। কাৰো মুখত মাত নাই। শেষত বুঢ়াক শান্তনা দিবৰ কাৰণে কলোঁ। অপাৰেচন ডাঙৰ নহয় বুলি ডাক্তৰে কৈছে। বেজাৰ কৰিব লগীয়া একো নাই।" শান্তনা দিবলৈ গৈ উমি উমি জলি থকা জুইত বিচনাৰ বাহে দিলোঁ। ডিঙিত সাৱত মাৰি ধৰি দেউতাই হুক্ হুক্ কৰে কান্দি পেলালে। শেষত চকুৰ পানীবোৰ চুৰিয়াৰ আগটোৰে মুচি এটি দীঘল হুমুনিয়াহ কাঢ় ক'লে "যৌতিষেৰইত আহিব খুজিছে মই আহিবলৈ মানা কৰিছো। আহিলে হয়তো অপাৰেচনৰ সময়ত চিঞৰ বাখৰ কৰিব।" মযো আহিব নেলাগে বুলি কৈ বিদায় ললো। ভিতৰ সোমাই দুৱাৰ খন মৰাৰ চলেৰে উলটি চাই দেখো তেখেতে গালেমুৰে হাত দি একেবাহে মোৰ ফাললৈ চাই তাতে বহিয়েই আছে। আৰু চাই থাকিব নোৱাৰিলো চকুত পানীৰে উপচি পৰিল। ইতিকৈৰে তেখেতক যাবলৈ কৈ বেগা বেগিকৈ গৈ বিচনাত পৰিলোগৈ।

১০ বজাত দিবলৈ অনা থাল খন ভাত নেখাওঁ বুলি কৈ ওলোটাই পঠাই শুৱেই থাকিলো। ঠাকুৰইতে সুধিলে শুই অভ্যাস কৰিছো বুলি কৈ থও আৰু জেৰেথেত সকলে হাঁহে। চাৰে চাৰি বজাত পালো এটা কেলচিয়াম্ গ্লুকচৰ 'ইনজেকচন'। গধূলীতে ভাত দুটা মান খাই পুনৰ পৰিলো। আজি বাইদেউ বৰ গহীন। কেইবাবাৰো আহিছে কিন্তু মাতবোল নাই। মুখত এটি গধূৰ ভাব। বেয়া লাগিল কিজানি মোকেই বেয়া পাইছে।

ৰাতি পুৱা চাৰি বজাত চাহ দিবলৈ অহা নাৰ্চ গৰাকীৰে মুখৰ পৰা কাপোৰ খন গুচাই জোকাৰি দিয়াতহে সাৰ পালো। কি কাৰণে কব নোৱাৰো। আজিৰ নিচিনা টোপনি অহা মোৰ বহুত দিন মনত নপৰে। বিচনাত বহিয়েই মনত পৰিছে আজি শুকুৰ বাৰ। মোৰ সেই পবিত্ৰ দিনটো। আইৰ মুখে শুনিছো মোৰ জন্ম হৈছিল যেনো শুকুৰ বাৰে। বিয়াও হৈছিল এই শুকুৰ বাৰেই আৰু আজি পুনৰ জন্ম বা মৃত্যু হব মোৰ সেই পবিত্ৰ দিন শুকুৰ বাৰেই। ভাল লাগিল মোৰ। নিশাটোৰ কথা ভাবি। ইয়েই হয়তো মোৰ শান্তিৰ শেষ নিশা।

"চাহ খালা? — কালিৰ মৌনতা ভঙ্গ কৰিবৰ কাৰণেই বাইদেৱে হাঁহি এটা মাৰি শোধে।

"খালো বাইদেউ! পাচে আৰু ইচ্ছা থাকিল— কাৰণ দুপৰীয়া বোধ কৰো ভাত নেপাম।

অলপ পাচতে তেওঁ গিলাচ এটাত অলপ চাহ আনি আমাৰ বাতি দুটাত ভগাই দি যায়।

চাহটোপা খাই কথমপি গিলাচটো থৈছোঁহে নাৰ্চ গৰাকীয়ে আমাৰ বিচনাৰ ওপৰত একোটুকুৰা ডাঠ কাগজ লগাই দি গ'ল। তাত আছে "নথিং বাই মাউথ" (Nothing by mouth)। খোৱা বন্ধ। অলপ পাচতে এনিমা দিয়াৰ সময় আহিল। ভয়লাগে সেই ৰবৰৰ নলী দাল আৰু মেজাৰিং জাগ টোলৈ।

নবজাৰ লগে লগে ঘৰৰ আৰু যোৰহাটৰ ভালেকেইজনক লগ পালোঁ। সকলোৰে লগত হাঁহি মুখেৰেই কথা পাতিবলৈ চেষ্টা কৰিছিলোঁ; কিন্তু তাৰ বিনিময়ে পাইছিলোঁ কাৰো পৰা একোটি তপত হুমুনিয়াহ আৰু কাৰোপৰা একোষাৰি থোকাথুকি সান্তনাৰ উপদেশ আৰু অশীৰ্ব্বাদ।

"এঘাৰ বাজিল ভিজিতৰচ যাব লাগে" এগৰাকী নাৰ্চে কোঠাবিলাকৰ ওচৰেদি কৈ যায়। সকলোকে বিদায় দিলোঁ। অৰু বহুতক অপাৰেচনৰ আগতে দেখা পাবলৈ আশা কৰিলোঁ। কিন্তু আক্ষেপ থাকিল এই জীৱন মৰণৰ দুৱাৰ-দলিত থিয়লৈ মই মোৰ আই, পৰিবাৰ আৰু প্ৰতিমাৰ প্ৰথম সন্তানটিক একোবাৰ হেঁপাহ পলুৱাই চাই লবলৈ নেপালো।

বুঢ়া কম্পাউণ্ডাৰ জনে আহি বুকুৰপৰা তলপেটলৈ নোম বিলাক খুৰাই বাইনাৰ এটাৰে বান্ধি দি যাই আৰু তাৰ অলপ পাচতে হ'ল 'ৰাইল্ছ টিউব' নাকেদি পেট পেৰাকৈ এডাল নলী সুমুৱাই ওলাই আহিব নোৱাৰকৈ লগাই থৈ যায়। অপাৰেচনৰ সপোন দিথকতে দেখিবলৈ ধৰিলো।

দুই বজাও ঠাকুৰক অপাৰেচনৰ কাৰণে নিবলৈ ট্ৰলি খন পালেহিয়েই। "বলক পাচতে মযো গৈছো" তাহানিৰ মোহামদীয়া যুদ্ধত তৰোৱালৰ আগত পৰা জ্ঞানুলীক সান্তনা দিয়া পানী ফুকনকৰ সুৰতে কৈ থলো।

যিমানে বেলি ভটিয়াই গৈছে, সিমানে মনটো বৰ চাটি ফুটি লাগিছে। মাজে মাজে একোটা পোৰনিয়ে গুলুপ মাৰি ধৰিছে। আৰু বেচি ভয় লাগিছে ঠাকুৰক ঘুৰাই ননাৰ কাৰণে। যা হওঁক জেৰেথেতক ঘুৰাই আনিলে কিন্তু চাবলৈ সাহস নহল। এতিয়া মোৰ পাল।

অপাৰেচনৰ কোঠাত সোমাই ট্ৰলি খনৰ পৰা অপাৰেচনৰ বিচনাত পৰিছোহে হাত ভৰি কেইটা বিচনাৰ লগত বান্ধি পেলালে। চকু কেইটা কাপোৰ এখনেৰে বান্ধি মুখত ভেচলিন সানিলে আৰু নাকৰ ওচৰত কিবা এটা দিয়া যেন গম পালো।

অলপতে হাত ভৰি বিলাক অৱশ হৈ আহিল মূৰটো ঘূৰিবলৈ ধৰিলে। ঘৰৰ সকলোকে এটি এটিকৈ মনত পেলালো। শেষ হ'ল নহল কৰ নোৱাৰো মাত্ৰ ৰিনিকি ৰিনিকি মনত পৰে মোৰ গাৰ কাপোৰ খন কোনোবাই টানি নিছিল। পেটটো সুৰ সুৰাই উঠিছিল।

তেতিয়া ৰাতি ২॥টা বাজিছে। দহ ঘণ্টা দীঘলীয়া টোপনিৰ পৰা সাৰ পাই চকু কেইটা মেলিবলৈ চেষ্টা কৰো। এটাৰ দৰে চকুৰ নোম বিলাক লাগি আছে। জোৰেৰে চকু দুটা মেলো। শিতানৰ মূৰৰ বিজুলী চাকিটি জৰ্ জৰ কৰে তেতিয়াও জ্বলি আছে। কাৰো সাৰশব্দ নাই। তেতিয়াও খবিৰ পৰা নাই নই ক'ত।

'অ সাৰ পালা" সোঁহাত খনৰ নাড়ি পৰীক্ষা কৰি বীনা বাইদেৱে নিজেই মুখৰ ওচৰলৈ মূৰটো চপৰাই সৰু মাতেৰে সোধে। তেওঁৰ গোটেই মুখখন জুৰি এটি তৃপ্তিৰ হাঁহি জিলিকি উঠে বিজুলী চাকিটিৰ পোহৰত।

"ঠাকুৰ ক'ত বাইদেউ" সেপাই সেহাই সোধো।

"তোমাৰ ওচৰতে আছে কথা নেপাতিবা বমি হ'ব"।

জিভা খন কিৰ্ভিলৈকে শুকুৱাই নিলে। গম পালো পেটটোত এটা কট কটীয়া বান্ধ। বৰ বেচি হিৰ নাই।

"পানী খাওঁ বাইদেউ"।

"এতিয়া পানী খালে বেয়া। টোপনি আনিবলৈ চেষ্টা কৰা"।

চিল্ মিল্ টোপনিত কুৰুণ্টা কেনি গ'ল কব নোৱাৰো। ওঠৰজাত দুই জাউন্স গ্লুকচ দিয়া গৰম পানী খাই জিভা খন লৰাব পৰা হলো। পেটটো পকাবলৈ ধৰিলে লগে লগে ভুগাৰ তেজ বমিহৈ গাকটো বাউলী হৈ গ'ল। প্ৰতি মুহূৰ্ত্ততে মৰণৰ সপোন দেখিছো। কিন ৰাতিৰ গম নেপাওঁ। কেৱল মৰফিন্ ইনজেকচ্নৰ জালত চকু মুদি পৰি আছো। মাজে মাজে দেখা পাওঁ ডাক্তৰ চাহাবক।

"কি ভাইটি! মূৰ ফনিয়াব পৰা হ'লাই?" আঁচি খনত ভাৰি চুলিৰে অপৰিষ্কাৰ হৈ থকা মুখ খন চাই মূৰটো ফনিয়াই থাকোতেই বীনা বাইদেৱে মাত লগাই ওচৰ পালেহি;

"আপোনা লোকৰে অনুগ্ৰহ বাইদেউ।" এটা ক্ষীন হাঁহি মাৰি মই কওঁ।

"অ ঠাট্টা কৰিব পৰাও হলা" তেও মুখৰ ওচৰতে ঠিয়হৈ গাৰুটোৰ ওচৰৰ পৰা টাৱেল খন লৈ চকুত লাগিথকা কেচকুৰি বিলাক মোচাৰি দিলে।

"আজি তোমালোক দুয়োটাকে গাধুৱাই দিম দেই তেও ওলাই যাই আৰু অলপ পাচতে আন এগৰাকী নাৰ্চৰ লগত ডুচৰীয়া গৰম পানী লৈ সোমাই আহে।

শুই থকা অৱস্থাতে দুয়োৰে গাধুৱাই দি গেটেই গাত পাউদাৰ দি মূৰটো ফনিয়াই দি গুচি যায়।

আবেলি দুই বজা মানত এগৰাকী নাৰ্চে এখন চিঠি দি গ'লহি। অচিনাকী হাতৰ আখৰ কেইটা খুলি চাও বীনা বাইদেউৰ চিঠি। ধৰ ধৰকৈ লিখা আখৰ কেইটাই চিঠি খন পঢ়িবলৈ আগ্ৰহান্বিত কৰি তুলিলে। পঢ়ি যাও।

"মৰমৰ ভাইটি"

ভাত খাবলৈ আহি এখন টেলিগ্ৰাম পালো দেউতাৰ পৰা। মোৰ বোলে ডোঙালীটিৰ বৰ টান। তোমাৰ ওচৰত আজি আত্ম গোপন কৰিব নোখোজো। আজিৰ পৰা দহ বছৰৰ আগতে আমিও এখন সুখৰ সংসাৰ পাতিছিলো ভবিষ্যত এটি সুখৰ সপোন চকুৰ আগত লৈয়েই। কিন্তু নিয়তিৰ পৰিহাস বিয়াৰ দেৰ বছৰৰ পাচতে তেজপুৰৰ হাস্পতালত মোৰ স্বামীৰ পেটৰ অপ্‌ৰেচনৰ পাচত ৰাতি সংজ্ঞাহীন অৱস্থাতে মৃত্যু হয়। লগে লগে মোৰো জীৱনৰ পট সলনি হয়। সকলো আশা ভাৰসা ত্যাগ কৰি মানৱ সেৱা-

তেই জীৱনত ব্ৰত বুলি লৈ ইয়াত সাতোটি দীঘলীয়া বছৰ পাৰ কৰিলো। আজি মোৰ সংসাৰৰ মোৰ সম্বল সেই ছোৱালীটিকো মোৰ বুকু চিৰি লৈ যাব খুজিছে। হয়তো আৰু মুখুৰিবও পাৰো।

তোমাৰ কাৰণে যত্নৰ ত্ৰুটি কৰা নাছিলো। অতি সোনকালে যাব পৰা হবা। মোৰ শেষ কামনা ভগৱানে তোমাৰ হেৰোৱা স্বাস্থ্য অতি সোনকালে ঘূৰাই দিয়ক আৰু তোমাৰ দাম্পত্য জীৱন সুখৰ কৰক।

মোৰ দৰে দুৰ্ভগীয়া জীৱণ যাপন কৰিব লগা হোৱা এজনী গাভৰু ভনীৰ— স্বামীৰ প্ৰাণ বচোৱাত আজি এই কেইদিন যিখিনি কৰিব পাৰিলো তাৰ বাবে নিজকে ধন্য মানিছো। ইচ্ছা আছিল তোমাক একেবাৰে তেওৰ প্ৰতি পালনত গতাই দিয়াৰ কিন্তু বিধিয়ে নিদিলে।

মৰম লবা।

তোমাৰ বীনা বাইদেউ।

হঠাৎ উঠি বহিব খুজিলো। কিন্তু পেটৰ কটকটীয়া বান্ধটোৱে পুনৰ পেলাই দিলে। বিষত চকু দুটা মুদি পৰি থাকিলো।

কোনো যেন শুনিলো "টোপনি যোধ কৰো।"

চকু দুটা মেলি দিও— পৰিবাৰ বুকত ছোৱালি-টিলৈ ঠিয়হৈ একেথৰে মোৰ থীন মুখলৈ চাই আছে। বাইদেউক চিঞৰি মাতিবৰ মন গৈছিল কিন্তু নোৱাৰিলো।

---

# অন্তৰ যেতিয়া জাগে—

শ্ৰীকালীনাথ ঠাকুৰ
৪ৰ্থ বাৰ্ষিক ( বাণিজ্য )।

চিৰিপ্ চিৰিপ্ কৰি　কাপোৰ ধুই আছিলা
　　চিৰি লুইতলৈ চাই
উজায়ো চালো মই　ভটিয়ায়ো চালো মই
　　তোমাৰ মান ধুনীয়া নাই ;

চৰাবলৈ নিয়া মহটোৰ পিঠিত উঠি মনায়ে গাই যায়…।

"হেৰৌ মনাই"—গীত শেষ হোৱাৰ লগে লগে কোনোবাই তাক পিছফালৰ পৰা মাতে। সি ঘূৰি চায়।

"অ' তই। মই আকৌ কোনোবা যখিনী বুলিহে ভাবিছিলো। নেদেখিছ এই ঠাই ডোথৰ কিমান জয়াল"—নৈৰ পাৰত কলহটো লৈ বৈ থকা ৰূপহীক দেখি সি কয়।

"জহনীত যোৱাটো কটা, তই আৰু চুপতি নেৰ"—তাই কয়, তাইৰ কথাত সি মনটো মাৰি পেলায়। কৰবাৰ কিহবাত যেন সি অলপ আঘাত পায়।

"তোৰে লগত চুপতি নকৰি আৰু কাৰ লগত কৰিম ৰূপহী। আন কোনোবাই জানো মোক দেখিব পাৰে? তয়ো আকৌ এনেথন কৰ"—

মহটোৰ পিঠিৰ পৰা নামি আহি এটা কৰুণ দৃষ্টিৰে ৰূপহীৰ চায় ফালে সি কয়।

মনাইৰ বেজাৰ লগা দেখি তাইৰো বেয়া লাগে। তাই অলপ পৰ তললৈ মূৰ কৰি থাকি ক'লে—"মই ধেমালীহে কৰিছিলো। তই তাতে বেয়া পালি। মোৰে শপত তই বেয়া নেপাবি দেই মনাই।" "নেপাওঁ বাৰু যা···আছে যদি তামোল এখনকে দে ৰূপহী।"

ৰূপহীয়ে হাঁচতি মেলি তামোল এখন উলিয়াই তাৰ হাতত দিয়ে। তামোলখন মুখত ভৰাই হাঁহি এটা মাৰি সি আকৌ মহটোৰ পিঠিত উঠে।

"যাওঁ দেই।"

"যা।"

'তোমাকে এৰি থৈ কলৈ মই যামেগৈ
তুমি মোৰ জীৱনৰ চাকি,
তোমাক নেদেখাকৈ থাকিব নোৱাৰোঁ।
দেহে কৰে উজনি ভ'টী।'

গীত গাই গাই মনায়ে পথাৰৰ মাজেদি আগ বাঢ়ি গৈ থাকে।

* * *

ৰূপহী মনাইৰ মিলা-প্ৰীতিৰ কথা লাহে লাহে গোটেই গাঁৱতে সদৰী হবলৈ ধৰিলে। কোনোবা চকু চৰহায় দি এই কথা মনাইৰ একমাত্ৰ আশ্ৰয়ৰ থল দদায়েকৰ কাণত পেলালেগৈ। বাহিৰৰ জগত খনৰ লগত সম্বন্ধ নথকা নিৰক্ষৰ কু-সংস্কাৰাপন্ন দদায়েক, ভতিজাকৰ কথা শুনি খঙত অগ্নিশৰ্ম্মা হৈ উঠিল। হবৰে কথা। কাৰণ সিহঁত হল জাতত অগোম আৰু ৰূপহীহঁত কৈৱৰ্ত্ত সম্প্ৰদায়ৰ।

সেই দিনা মনায়ে গধূলি আন কালৰ দৰে গৰু-মহকিটা বান্ধি ভিতৰ সোমাব খুজিলে। এনেতে দদায়েকে ভিতৰৰ পৰা মাত মাতিলে "খবৰদাৰ! তই মোৰ ঘৰৰ ভিতৰ নোসোমাবি।"

মনাই অবাক। দদায়েকৰ এই নিষ্ঠুৰ আদেশৰ কাৰণ সি একো বুজিব নোৱাৰিলে। হত বুদ্ধি হৈ সি চোতালতে বৈ থাকিল।

দদায়েকে দুৱাৰ মুখলৈ ওলাই আহি তাক প্ৰশ্ন কৰিলে—"তই ৰূপহী বোলা ছোৱালী জনীৰ লগত কি পাতিছ?"

"ক'তা, একো কৰা নাই"—সি কয়।

উত্তৰ শুনি দদায়েকৰ খং দুগুনে চৰি যায়। তেওঁ চিঞৰি চিঞৰি কবলৈ ধৰে। "নিলাজ মিছা কবলৈ আহিছ, মই তোৰ কেনেটো দদায়েৰ চিনি পোৱা নাই।···তহঁতৰ কথা গাঁৱত কি বুলি ওলাইছে?"

"এইবোৰ সকলো মিছা। তই মোক মিছায়ে খং কৰিছ দদাই। তোকহে কোনোবাই এই সজা কথাবোৰ লগাইছে।" দুঃখ আৰু অভিমানত তাৰ চকুপানী ওলাই আহে।

"ইস্ মযে মিছা কলো এতিয়া···নেদেখিছা এনে সাধুটো ওলাইছে। সকতে মাক-বাপেকৰ মূৰ খাই হেঁপাহ নপলাল। এতিয়া মোৰো নাক-কাণ কাটিবলৈ আহিছে"—উত্তেজিত হৈ দদায়েকে কৈ যায়।

বেজাৰ, খং আৰু অভিমানত মনায়ে ঘৰ এৰি ভেঁ। ভেঁাকৈ গাঁৱৰ ফালে ওলাই গ'ল। সি পোন প্ৰথমে গৈ নৈৰ ঘাট পায়গৈ। তাত তেতিয়া কোনো মানুহ-দুনুহ নাছিল। নিশাৰ আন্ধাৰে লাহে লাহে গোটেই পৃথিৱীখন ছাটি নিছিল। সি অলপ পৰ ইফালে সিফালে চাই ওচৰৰে শিল এচটাত বহি পৰিল। সি ভাৱে ৰূপহীক যদি এবাৰ লগ পোৱা হয় বৰ ভাল হব। সিটো আৰু ঘৰত থাকিবলৈ নেপায়। গাঁৱতো তাক কোনেও ঠাই নিদিয়ে। যদি দিয়েও দুই এদিনৰ বাবেহে তাৰ পাছত? আজি ৰাতিটো কোনো মতে পাৰ হৈ যাব। কাইলৈ কি হব? এনে ধৰণৰ নানা ভাৱে তাৰ মনত জোঁৱাৰৰ সৃষ্টি কৰিলে।

ৰাতি বহুত হোৱা দেখি ৰূপহী পানী নিবলৈ অহা অহা আশা সি ত্যাগ কৰিলে। সি তাৰ পৰা উঠি গাঁৱৰ নাম ঘৰটোৰ ফালে গ'ল। তাৰ পাছত ৰাতিটোৰ কাৰণে সি তাৰে পিৰালি এটাত পৰি থাকিল।

* * *

পাছ দিনা পুৱতি সূৰ্য্যৰ লগে লগে ৰূপহীয়ে কাষত কলহ এটা লৈ নৈ ঘাটলৈ আহিল। নৈৰ পাৰত কলহটো থৈ তাই তাইৰ মিঠাবৰণীয়া গাটো উলিয়াই নৈত ছুটামান ভোপোৰা মাৰি পাৰলৈ উঠি আহিল। কানি-কাপোৰ বোৰ সলাই লৈ তাই একলহ পানী ভৰাই লৈ সন্মুখৰ বহল পথাৰ খনলৈ চালে। এনেতে মনায়ে গৈ তাইৰ আগত থিয় হৈ ক'লে—"ৰূপহী!" তাই অসময়ত মনাইক দেখি অলপ আচৰিত হৈ সুধিলে—"ৰাতিপুৱাই কৰপৰা ওলালিহি?"

"এৰা আহিলোঁ আৰু?"

"তেওঁ ক চোন?"

মনায়ে আদিৰ পৰা অন্তলৈকে সকলো কথা ৰূপহীক ক'লে। কথা শুনি বেচেৰীৰ মুখখন মোলান পৰি গ'ল। তাই সুধিলে—"এতিয়ানো কি কৰো বুলি ভাবিছ?"

"ধনবৰ ককাইৰ তালৈকে যাম বুলি ভাবিছো। সি জিলাত কাম কৰে নহয়। নহলেনো আৰু কি উপায় আছে।...তাৰ পাছত কিবা এটা কৰিম।" তাৰ হিয়া ভেদি এটা হুমুনিয়াহ ওলাই আহে।

মনাইৰ প্ৰতি দদায়েকৰ নিষ্ঠুৰ ব্যৱহাৰৰ কথা শুনি ৰূপহীৰ দুখ লাগি আছিল। এতিয়া সি যাবগৈ বুলি কোৱাত তাইৰ শোক উথলি গ'ল। তাইৰ মিহি ধুনীয়া গাল কিখন তিয়াই দুধাৰা চকুলো বৈ আহিল। ৰূপহীৰ চকুপানী দেখি মনাইৰো চকুত পানীয়ে দেখা দিলে।

অলপ পিছত প্ৰকৃতস্থ হৈ মনায়ে ক'লে—"তই যাগে ৰূপহী, আকৌ লগে কোনোবাই দেখিব। অহা দেওবাৰে মই আহিম। তই যেনে তেনে মোক আহি হৈয়াতেই লগ ধৰিবিহি। মই যাওঁ গৈ।" ৰূপহীয়ে একো কব নোৱাৰিলে। মাত্ৰ মনাই যোৱাৰ পিনে চকুৰ আঁতৰ নোহোৱালৈকে একেৰাহে চাই থাকিল।

* * •

নগৰলৈ আহি ককায়েকৰ ঘৰ বিচাৰি মনায়ে গোটেই দিনটো হাবাথুৰি খাই ঘূৰি ফুৰিলে। ধনবৰ তাৰ আপোন ককায়েক নাছিল। সেই বাবে সি আগেয়ে কেতিয়াও তাৰ তালৈ অহা নাছিল। ধনবৰৰ ঘৰটো কোন ফিনিত আছে সি কব নোৱাৰে। দুই এজন সি ধনবৰৰ কথা সোধে, কিন্তু কোনেও তাক তাৰ কথা কব নোৱাৰে। অৱশেষত গধূলি বেলিকা ককায়েকক বজাৰৰ পৰা ঘূৰি আহোঁতে হঠাৎ বাটত লগ পালে। ককায়েকে তাক দেখি পোন প্ৰথমে আচৰিত হ'ল। পিছত মনাইৰ মুখে সকলো কথা শুনি তাক আথে-বেথে ঘৰলৈ লৈ গল।...

"এৰা তোৰ দদায়েৰটো বৰ কূট মানুহ। মোৰ্মাবাৰ আমাৰ মাটি দৰাকে মিছাকৈ তাৰ বুলি আমাৰ ওপৰত মোকৰ্দ্দমা কৰিছিল"—এই বাক্যেৰে ধনবৰে মনাইক কয়।

ধনবৰৰ নিজৰ ঘৰ নাছিল। ট্ৰেন্সপৰ্ট অফিচত কাম কৰা কেৰেণী দুজনৰ লগতে সি নগৰৰ ভাৰা ঘৰ এটাত আছিল। দৰমহা পায় ছকুৰি টকা। তাৰে সুকীয়া ঘৰ ভাড়া কৰাটোও তাৰ পক্ষে দুৰূহ। মনাইক সি তালৈকে নিলে।

মনাইৰ ছুটামান দিন এইদৰেই গ'ল। তাৰে ভিতৰত সি দুটা কথা লক্ষ্য কৰিলে। এক হ'ল ধনবৰে ভাত ৰান্ধে, পানী আনে আৰু বজাৰ কৰে। দুই হ'ল লগত থকা কেৰেণী দুজনৰ গাত লগুণ। মনায়ে লগুণ দেখি কেৰেণী দুজন বামুণ বুলি জানিলে। আন হাতে এজন আহোমৰ হাতে ভাত খোৱা কথাটো তাৰ কেনেবা কেনেবা লাগিল। তাৰ মনৰ খুদুৱনি মাৰ নিযাবলৈ বুলি সি এদিন ছেগ বুজি ধনবৰক সুধিলে—"ককাই তই যে সকলো কাম কৰ এই মানুহ দুটাই নকৰে কেলেই? আৰু এই দুটা বামুণ নহয় জানো? তই আহোম বুলি নেজানে নে কি?"

"তই বৰ অকৰা অ', মই জানো এনেয়ে কাম কৰি মৰিছো। কাম কৰি দিয়া বাবে মই ঘৰটোত এনেয়ে থাকিবলৈ পাইছো নহয়। ঘৰটোৰ

ভাড়া কেৰেণী দুজনে দিয়ে। মই এনেয়ে থাকো বাবে ভাত পানী ৰান্ধি দিব লাগে। বুজিলি"—ধনবৰে তাক ভালকৈ বুজায় কয়।

"আৰু শুই ভবাৰ দৰে এই মানুহ-দুজনে মোক আহোম বুলি নজনা নহয়। জানে, এওঁলোক আমাৰ গাৱেঁ-ভূঞে থকা বামুণ কিতাৰ নিচিনা নহয়। এওঁলোক বৰ ভাল মানুহ আমাক শূদিৰ বুলি তল জাতৰ বুলি ঘিণ নকৰে। এওঁলোকৰ মতে সকলো একে মানুহ, একেজন ঈশ্বৰৰ সন্তান। সকলো সমান।" মনায়ে ধনবৰৰ কথাখিনি ভালকৈ শুনি যায়।

"এওঁলোকৰ 'তৰুণ সঙ্ঘ' বুলি এটা সঙ্ঘও আছে। তাত নানা জাতিৰ মানুহ আছে। তাত বামুণ, গোসাঁই, গণক, কলিতা, কৈৱৰ্ত্ত, আহোম, কছাৰী সকলো একে। কোনেও কাকো সৰু বুলি নেভাবে"—ধনবৰে মনাইক অলপ বেচিকৈ বুজাবৰ যত্ন কৰে।

ধনবৰৰ কথাখিনি শুনি মনাইৰ সাহ আৰু আশা দুয়োটা বেচি হয়। পিছদিনা সি কেৰেণী দুজনক লগ ধৰি অলপ কথা হবৰ যত্ন কৰিলে। তাৰ আশা 'এখেত সকলৰ যত্নত কিজানি ৰূপহীক বিয়া কৰাই সমাজত অকনমান ঠাই পাব পাৰো।'

চেগ বুজি যি এবাৰ তেওঁলোকৰ ওচৰ চাপিল। সম্বোধনটো ঠিক কৰিব নোৱাৰি সি দেউতা বুলিয়েই আৰম্ভ কৰিলে।

"আমাক দেউতা বুলি নামাতিবা ককাইদেউ বুলিয়েই মাতিবা"—দেউতা বুলি মতা দেখি এজনে বাধা দি কয়।

তাৰ লাজ লাগিল। কথা হোৱাৰ সাহ কেবা সি হেৰুৱাই পেলালে। তাক তলমুৰকৈ থকা দেখি তেওঁলোকেই প্ৰশ্ন কৰাত লাগিল। সুধিলত মনায়ে ভালেই পালে। সি তাৰ কথা সকলো এটা এটাকৈ কৈ গ'ল। কথা শেষ হোৱাত সি তেওঁলোকক সুধিলে—"বাৰু ককাইদেউ আপোনালোকে মোক সেই ছোৱালীজনী আনিবলৈ কয় নে নকয়?"

"তোমাৰ মুখে যি শুনিলো তাৰ পৰা বুজা গ'ল যে তোমালোক উভয়ে উভয়ৰ প্ৰতি অনুৰক্ত। বাধা হল তোমালোকৰ সমাজখন"—এজনে তাৰ ফালে চাই কয়।

"হয়"—মনায়ে কয়!

"মাক-বাপেকে তোমাক ছোৱালীজনী দিব জানো?"—আনজনে প্ৰশ্ন কৰে। এইবাৰ মনাইৰ অলপ চিন্তা লাগিল। সিটো এই বিষয়ে ৰূপহীক কেতিয়াও সোধা নাই। তাইৰ মাক-বাপেকে বা কি কয়।

"সেইটোহে মই কব নোৱাৰো"—মনায়ে অলপ দুঃখ মনেৰে উত্তৰ দিয়ে। কেৰেণী দুজনে অলপ ভাবি-চিন্তি মনাইক কয়—তুমি বাৰু এই বিষয়ে সুধি-পুচি সকলো আমাক জনাবা। যদি মাক-বাপেকে মত দিয়ে তেন্তে কোনো অসুবিধা নাই। যদি নিদিয়ে তেন্তে অলপ অসুবিধা পৰিব লাগিব।" সেই দিনালৈ সিহঁতৰ কথা-বাৰ্ত্তা বন্ধ হয়।

* * *

অহা দেওবাৰে মনাই আহিব। সি বা কেনেকৈ আছে কি কৰিছে। যদি কেনেবাকৈ আহিব নোৱাৰে তেন্তে কি হব তাইৰ। এনে ধৰণৰ নানা চিন্তাই ৰূপহীক জুকলা কৰি পেলালে।

দেওবাৰৰ দিনা নিচেই ৰাতিপুৱাই তাই আহি নৈৰ ঘাটত উপস্থিত হলহি। তাইতকৈ বহুত আগতে মনাই আহি তাত বৈ আছিল।

"ভালে আছনে ৰূপহী?"

"আছো আৰু নমৰি জীয়াই; তোৰ ভালনে?"

"ঐ ভালেই বুলি ধৰ।"

"মই আকৌ বৰ ভয় খাই আছিলো কেনেবাকৈ তই নাহ বুলি।"

কিছু সময় নিৰৱতাৰ মাজেদি পাৰ হৈ যায়। তাৰ পাছত মনায়ে আকৌ কয়—"তোক মই বৰ জৰুৰী কথা এটা সুধিম বুলি আহিছো।"

"কি কথা, সোধ।"

'তোৰ মাৰ-বাপেৰে তোক জানো মোলৈ দিব ?"

'মযেই সিহঁতক সুধিম নে কি ?' ৰূপহীক মনে মনে থকা দেখি সি পুনৰ সোধে।

'হাতীৰ কুঁঠাৰ ভৰিত নধৰি মনাই ?" সিহঁতে মোক তোলৈ নিদিয়ে।"

'তেনে আৰু কি উপায় আছে ৰূপহী !" বিহ্বল হৈ সি তাইক প্ৰশ্ন কৰে।

'উপায় মই ভাবি থৈছো। তই ভয় নকৰিবি।' তাক অভয় দি ৰূপহীয়ে কয়।

'তই আগেয়ে জিলাত কিবাকিবি কাম এটা বিচাৰি ল। তাৰ পাছত মোক পলুৱাই লৈ যাবি।

মনায়ে যেন অথাই সাগৰৰ পাৰ পালে। তাৰ চকুৰ আগৰ পৰা যেন আন্ধাৰ আঁতৰি গ'ল।

'তেনেহলে সেয়ে হব। মই বাৰু এতিয়া যাওঁ। দেওবাৰে আকৌ আহিম।'

'বাৰু যাগৈ।'

* * *

ৰূপহীহঁতৰ গাঁৱৰ পৰা আহি মনায়ে ধনবৰ আৰু কেৰেণী দুজনৰ আগত সকলো কথা বিৱৰি ক'লেহি। তেওঁলোক এতিয়া দুটা সমস্যাৰ সন্মুখীন হল। প্ৰথমটো হল মনাইৰ বাবে কাম এটা বন্দবস্ত কৰা আৰু দ্বিতীয়টো হল তাৰ বিয়াখন পতা।

প্ৰথমটো সমস্যা সমাধানৰ ভাৰ কেৰেণী এজনে নিজে গাপাতি ললে। তেওঁৰ অফিচত অফিচ চকিদাৰৰ কাম এটা খালি আছিল। বৰ কেৰেণীক কৈ যেনি সেই কামটোকে মনাইক দিয়াব পাৰিম বুলি তেওঁ স্পষ্ট কথা দিলে।

দ্বিতীয়টো কথাত ধনবৰৰ অলপ আপত্তি হল। পলুৱাই আনি বিয়া পতাটো সি বৰ ভাল হব যেন বুলি নেভাবিলে। তাকে দেখি কেৰেণী দুজনে তাক বুজাবৰ চেষ্টা কৰি ক'লে—'শুনা ধনবৰ! ল'ৰা-ছোৱালীৰ ইচ্ছাৰ বিৰুদ্ধে কোনো মাক-বাপেকে বিয়া পাতিব নোৱাৰে। আইনেও তাক সমৰ্থন নকৰে। আকৌ আন হাতে ল'ৰা-ছোৱালী হালৰ ইচ্ছা হলে সিহঁতে মাক-বাপেকৰ ইচ্ছাৰ বিৰুদ্ধেও বিয়া পাতিব পাৰে। অসবৰ্ণ বিয়াও আইনে সমৰ্থন কৰি আহিছে। যদি কোনো পুৰুহিতে এনে বিয়াত পুৰুহিতালী নকৰে তেন্তে তাৰ বাবে আইনে "Civil Marriage" অৰ ব্যৱস্থা দিছে। ৰূপহীৰ মাক-বাপেকৰ ইচ্ছাৰ বিৰুদ্ধে বিয়া পাতিবলৈ যাওঁতে বিপদৰ সৃষ্টি হব পাৰে। সেই বাবে তেখেত সকলৰ অজ্ঞাতে তাইক পলুৱাই আনি আইন মতে বিয়া পতাৰ পিছত কোনেও একো অশান্তিৰ সৃষ্টি কৰিব নোৱাৰে আৰু কোনোবাই কৰিলেও আমি আইনৰ সহায় লব পাৰিম।"

এওঁলোকৰ কথা শুনিয়ে ধনবৰৰ মনত বহুত পৰিবৰ্তন আনি দিলে। সিও মত দিলে।

* * *

'তই কেতিয়াবাই আহিলি নে কি মনাই ?"

'নাই, এয়া পাইছোহিহে।"

'পিছে কিবা হৈছেনে ? তোৰ কথা গাঁৱত আকৌ ওলাইছে। সোনকালে কিবা এটা কৰ। নহলে আকৌ বিপদ হব।'

'সকলো থিক হৈছে। ৰূপহী তই বাৰু কেতিয়া যাবে যাব পাৰিবি ?'

'তোতেই হে কথা, মই লাগিলে আজিয়েই যাব পাৰো।'

'তেনে সেয়ে হক ৰূপহী। পলম কৰিলে আমি আকৌ নতুন বিপদত পৰিব লাগিব। তোক আজিয়েই লৈ যাম। তই গধূলিকৈ ভাত-পানী খাই মাৰ বাপেৰহঁত শুলে ঘাটলৈকে আহিবি। মই নাও এখন আনিম। গধীয়া গাওঁলৈকে নাৱেঁৰে যাব লাগিব। নহলে মানুহে গম পাব পাৰে। তাৰ পিছত সিডোখৰ বাট মটৰেৰে যাম গৈ। তেতিয়া আমাৰ কোনো বিঘিনি নহয়। চাবি আকৌ বৰ সাৱধানে আহিবি।'

'লেয়ে হব। তয়ো বৰ সাৱধানেৰে নাওঁ আনিবি। মই সময়মতে আহি তোক লগ ধৰিম।'

'মই এতিয়া যাওঁগৈ। তই সাৱধান।'

"ৰূপহীয়ে তোক বিপদত পৰিবলৈ নিদিয়ে।"

মনাই যায় গৈ। ৰূপহীৰ মনটো বৰ ফৰকাল লাগে। তাই ভাবে আজিৰ পৰা মনাইৰ দুখ দূৰ হব। তাই তাৰ সকলো যত্ন লব পাৰিব।

গধূলিকৈ আহিবা তুমি মোৰ সোণাইটো
গধূলিকৈ আহিবা তুমি
তুমি কেনেবাকৈ নাহিব লাগিলে
মৰি যাম নুইকত পৰি।

মনৰ আনন্দত ৰূপহীয়ে গুন্ গুন্‌কৈ গাই যায়।

• • •

সেই দিনা আবেলি পৰত মনাই আহি নগৰৰ ঘৰটোত সোমাল। ধনবৰুৱাইতে আগ্ৰহেৰে মনাই অহালৈ বাট চাই আছিল। সি ভৰি ধুই এতোৱাৰ পিছত ধনবৰে তাক চাহ একাপি দিলেহি। চাহ খাই সি ধনবৰুৱাইৰ লগত ৰূপহীক আনি ক'ত থব কি কৰিব এইবোৰ আলচ কৰিবলৈ ললে। বহুত পৰ গুনা-গঁথা কৰি এওঁলোকে সকলো ঠিক কৰি পেলালে। আৱশ্যকীয় খৰচৰ বাবে 'তৰুণ সজ্ঘ' পুঁজিৰ পৰা ৰূপ এশ টকা ধাৰলৈ লোৱাৰো ব্যৱস্থা কৰিলে। ৰূপহীইত বিয়াৰ পাছত থাকিবৰ বাবে এটা সৰু ঘৰো তেওঁলোকে বন্দবস্ত কৰিলে।

ৰাতি মনায়ে ৰাতিপুৱা ৰূপহীৰ মতে কৰা পৰামৰ্শ মতেই তাইক পলুৱাই লৈ আহিল গৈ। কেৱেলী ভুৱনে 'তৰুণ সজ্ঘ'ৰ সকলো সভাকে গোটাই লৈ ৰাতিটোৰ ভিতৰতে বিয়াৰ সকলো-খিনি যা-যোগাৰ কৰি পেলালে। স্থানীয় হাকিম এজন সংজ্ঘৰ চেক্ৰেটেৰী হৈ থকাৰ বাবে তেওঁ-লোকে সকলো অসুবিধাৰ হাত সাৰিল।

পিছদিনা ৰাতিপুৱা নগৰৰ সকলোবিলাক উৎসাহী ডেকা-গাভৰু দলে দলে আহি 'তৰুণ সজ্ঘৰ অফিচ ঘৰ ভৰাই পেলালে। সকলোৰে হাতে হাতে ফুল। মুখত হাঁহি। তেওঁলোকে যেন এটা বৰ ডাঙৰ উৎসৱলৈহে আহিছে। সৰু সৰু ল'ৰা-ছোৱালী বোৰেও ককায়েক বায়েকহঁতকে দেখি হাতে হাতে ফুলৰ মালা লৈ তালৈ আহিবলৈ ধৰিলে।

নতোটামান বজাত এদল ডেকা-গাভৰুৱে গৈ দৰা মনাই আৰু কন্যা ৰূপহীক বৰ ধুনীয়াকৈ সজাই পৰাই মটৰ এখনত তুলি তালৈ লৈ আহিল। তাৰ পিছত হাকিমৰ পুৰোহিতত, ডেকা-গাভৰু সকলৰ ফুল বৃষ্টিৰ মাজত আৰু গাভৰু সকলৰ উৰুলি জোকাৰৰ মাজেদি মহা সমাৰোহেৰে ৰূপহী মনাইৰ বিয়া হৈ গল।

বিয়া হৈ যোৱাৰ পিছত পুৰোহিতে সমজুৱাক সম্বোধন কৰি কবলৈ আৰম্ভ কৰিলে—'স্বাধীন ভাৰতৰ উঠি অহা ডেকা-গাভৰু সকল! আজি আপোনালোকে যি মহান কৰ্ম্ম সমাধা কৰিলে আৰু যাৰ ফলত আজি আমাৰ এই ঠাই ডোখৰ এখন পবিত্ৰ তীৰ্থ-ক্ষেত্ৰত পৰিণত হল বুলি মই ভাবো তাৰ বাবে আপোনালোকক মই কি বুলি ধন্যবাদ জনাম নাজানো। আজি মই নিজে এই সংস্কাৰমূলক বিয়াখনত পুৰোহিত হবলৈ পাই কি যে এক অপূৰ্ব্ব স্বৰ্গীয় সুখ অনুভৱ কৰিছো তাক ব্যক্ত কৰিবলৈ মোৰ ভাষা নাই।

আজি অসমৰ গাৱেঁ-ভূঞেঁ উঠি অহা ডেকা-গাভৰুৱে বুজিব পাৰিছে যে মানুহ এক—মানুহৰ যেনেগ যেনেগ জাত নাই—সকলো একেজন ভগৱানৰে সন্তান। এই মহান্ জাগৰণক কোনেও মষিমূৰ কৰিব নোৱাৰে।...আজি আমি এজন মনাই আৰু এজনী ৰূপহীক দেখা পাইছো; কিন্তু অসমৰ চুকে-কোণে শত শত ৰূপহী-মনাই লুকাই আছে। সুবিধা পালেই তেওঁলোক জগতৰ বুকুলৈ ওলাই আহিব।...আজি আপোনালোকক কব লগীয়া বহুত কথা মোৰ অন্তৰত গুপ্ত থাই আছে কিন্তু আনন্দৰ মাত্ৰা চৰি যোৱাত তাক প্ৰকাশ কৰিব পৰা নাই। সি যি নহওঁক আজি

আমাক এই তুপাচী বনফুলে যি আদৰ্শ দেখুৱালে তাক সকলোৱে অনুকৰণ কৰিব বুলি মই আশা কৰোঁ। নমস্কাৰ।"

পুৰোহিতৰ ভাষণ শেষ হোৱাৰলগে লগে চাৰিওফালে হাত চাপৰিৰ ৰোল উঠিল। ডেকা-গাভৰু, সৰা-ছোৱালী আটাইবোৰে ৰূপহী মনাইৰ গাটৈ জাঁজলিয়ে জাঁজলিয়ে ফুল ছটিয়াবলৈ ধৰিলে তাৰ পিছত 'তৰুণ সঙ্ঘৰ সভাসকলে এটা বিৰাট শোভাযাত্ৰা কৰি ৰূপহী মনাইক নতুন ঘৰটোত থৈ আহিলহি।

তাৰপৰ বুকুৰ পৰা বেলিটিয়ে মুখখন উলিয়াই পৃথিৱীখনলৈ চাই এটা ধুনীয়া হাঁহি মাৰিলে।

---

# পহিলা তাৰিখ

দোকমোকালিতে উঠি হাতত ঘটিটি লৈ বাক-আলিৰ কাষতে কোনেও নেদেখাকৈ আঠুৰ মাজত মূৰটো লুকুৱাই নিত্যকৰ্ম্ম কৰিলোঁ। কেতিয়া ভাবিছিলো—গাটো ধুইনো গ্ৰহ স্বৰূপ পেটক কি পূজা দিয়া যায়। যাহওক বাহিৰে বাহিৰে গাটো তিয়াই এখন্তেক ভগৱানক উপাসনা কৰি পাক-ঘৰলৈ সোমাই গ'লোঁ। জলপান খোৱা পাত্ৰ কেইটিত কোনো শব্দ নোহোৱাকৈ হাত ভৰাই বাতিপুৱাই দিনটোলৈ যাত্ৰা নষ্ট কৰিলোঁ। যি হ'ল হ'ল চাহৰ কেটলিটোকে জুইৰ ওপৰত তুলি দিলোঁ। কিনো আপদ, আজি অকণমান গুৰও নাই। মনক শান্তনা দি বাগানৰ বৰুৱা ভাইইতে ডপৰীয়া ভোকত বঙা চাহ নিমখৰে খোৱাৰ কথা মনত পেলাই মযো আজিৰ চাহ নিমখেৰেই খোৱাকো ঠিক কৰিলোঁ। চাহ টোপা খাবলৈ লওঁতেই ডাঙৰ লৰাটিয়ে (৭ বছৰীয়া) বিচনাৰ পৰা মাত মাতিলে—"দেউতা! জলপান বিচা?" মই ভাবিলোঁ কি কোৱা ভাল হ'ব ;—সোণ, শুই থাকা বাতি পুৱাবলৈ ভালে সময় আছে। নহলেটো জলপানৰ ব্যৱস্থা নাই। মোৰ চকুলো বাগৰি আহিল। হবেনো আকৌ নিতাল মাৰি শুই গ'ল। চাহখোৱা সমাপ্ত কৰিলোঁ। ভাবিলোঁ মোৰ পোণা কেইটা উঠিয়েই জলপানৰ খবৰ ল'ব। গতিকে ভাত কেইটামানকে উতলোৱা হওক। ইতিমধ্যে অফিচাৰৰ চাপ্ৰাচীটো ওলালহি—মইও তাক দেখি বঙা কলা দেখিলোঁ। আনোচা অফি-চত কিবা জগৰেই লগাই আহিলোঁ। এনেতে চা......যে আমাৰ হাকিমে পঠোৱা কাগজ এখন দি মোক বেনেকৈ আছোঁ তেনেকৈ মাতিছে বুলি সম্বাদ দিলে। ঠিক কথা—মনত পৰিল—যমে বিচাৰে নিওঁতে লৰাই বিচাৰে পিৰলৈ আৰু অফিচাৰে বিচাৰে কেৰাণীৰ পৰা কাম লবলৈ। চিঠিখন মেলি চাই দেখোঁ ;—

Sri Neog.

Immediately meet me at my bunglow for an urgent work. Yesterday evening I got wire from Shillong that our annual expenditure statement has not yet been sent up. To-day I will be out on tour.

Sd/- P. Sarma
S/S 1-3-52.

হে' হৰি আকৌ এই ২ মাইল বাটকুৰি বাই 'Immediately' লগ কৰিব লগা হ'ল। কেতেখতে ভাবিছেনে মোক 'Immediately' এ কি কৰিব। ভাবি-চিন্তি খং উঠি চাপ্ৰাচীটোক—যা নাযাওঁ হাকিম দাদৰ ওচৰলৈ এই বাতিপুৱাই যাব লগা

হ'ল। মোৰ আৰু কাম নাইনেকি? নেযাওঁ বুলি কৈ দিবি। মই ভয় কৰা নাই। "বাবু! চৰকাৰী কামত নেযাওঁ বুলি কেনেকৈ থাকিব?" (দাত মুখ কামুৰি)—পাৰিম। তোৰ চৰকাৰে মোক এনে দাড়ি ধৰি আছে। কেৰেণী নহলে তেওঁক একাঙ্গী বেমাৰে পায়। ইকালে কেৰেণীৰ আর্থিক অৱস্থাৰ কথাটো কেতিয়াবা তেওঁ পাইখানাটো ভাবেনে? মাহৰ মুৰত চর্কাৰী বিষয়াই গালি খাব লাগে— শুৱালৰ, নাপিতৰ "গালি খাই কিয়?" পয়চা দিব নোৱাৰিলে গালি নাখাই কি কৰিম। "এৰা বাবু মই আগিছোঁতে কেৰেণী বাবু নাহে বুলি ক'ম" এই অকৰাটো ৰ. হাকিমে বেয়া পাব; মৰো যাওঁ। তুৱাৰখন জপাই হাকিমৰ ঘৰৰ ফালে খোজ ল'লো। হাকিমে আকাশ-পাতালকৈ চাই গহীন গহীনকৈ মোক এসোপা কামৰ বোজা দিলে, আৰু লগতে মোৰ কিছুমান দোষ উলুকিয়াই বিদায় দিলে। হাকিমৰ ঘৰৰ পৰা ওলাওঁতেই "ন"টাৰ ঘণ্টা মাৰিলে। খোজ বেগাই দিলোঁ। জোতা-যোৰ বটা কোম্পানীত থকাৰ কাৰণে ভৰিৰ বুঢ়া আঙুলি এটা ওলাই আহিলোঁ। ঘৰ পাওঁহি লৰা-ছোৱালীকেইটিয়ে দেউতা দেউতা কৰি উথল-মাথল লগাইছে। জানিব পাৰিলোঁ সেই ওচৰে শ্ৰীদ শ্ৰীযুক্ত………বৰুৱা উকীলৰ মাজিও পুত্ৰ তপনে সিইতক বিলাতী কুকুৰ লগাই ভয় খুৱালে। দিলীপে (সৰু ল'ৰাটিয়ে) "দে'তা জপান দিয়া।" অ'. মোৰ পোণা দহ বাজিলেই ভাতকে খাবা ভাতৰ চৰুটো লৰা-ধপৰাকৈ জুইত তুলি চৰকাৰী ক্রি বেচনৰ মলডা চাউল আৰু পুক'যা আলু কেইটামান মেলি দি হৰেণক ক'লো সোণ আজি অফিচত বহুত কাম আছে, মই যাওঁ তুমিয়েই আজি ভাতকেইটা নমাই মিলি-জুলি খাবা দেই। "দৈতা তুমি ভাত নেখোৱা?" বোপাই আজি "কেৰেণী-ব্ৰত" আছে। "দেতা কেৰেণী-ব্ৰত মানে?" বোপাই ডাঙৰ হ'লে বুজিবা। "ভাল বাৰু দেতা সোনকালে আহিবা" মই অফিচৰ দৰকাৰী কাগজ-পত্ৰখিনি লৈ অফিচ মুৱা হলো। অফিচ পাই দেখোঁ এঘাৰ বাজিল। ঘড়ীটো মহা শত্ৰু যেন বোধ হৈছিল। যাহওক সবাকো নাই………ৰক্ষা। মইতো ঘৰত শুই থাকি দেৰি কৰা নাই নিমখ খাই নিমখ হাৰামিও কৰা নাই। অলপ অফিচৰ ফাইল ঘাটি পিয়নটোক ট্ৰেজুৰীলৈ পঠালো আৰু এই মাহত কাক কিমান দিব লগা আছে এটি হিচাপ জুৰিলোঁ;—

| | | |
|---|---|---|
| ১। | গোলাপচান চাহক— | |
| | (যোৱা মাহৰ চাউলৰ)— | ১২৮০ |
| ২। | গনেশ দাসক— | |
| | লাইল নিমখৰ— | ১১।৶০ |
| ৩। | মহম্মদজান শুৱালাক—গাখীৰৰ—১৫৲ (দুমাহৰ) | |
| ৪। | মুকুন্দমল বাবুক— | |
| | যোৱা মাহ-বিহুত কাপোৰৰ— | ৯/৬ |
| ৫। | ঘৰৰ ভাড়া—(দুমাহৰ)— | ২৫৲ |
| ৬। | সৰু ল'ৰাটিৰ জ্বৰৰ ঔষধ— | |
| | (ঢাকা ঔষধালয়ত)— | ১॥৶০ |
| ৭। | ৰামচন্দ্ৰ নাপিতক— | ১৸৶০ |
| ৮। | হাবিদ বেপাৰীক— | |
| | মাণপুৰী আঠুৱাৰ— | ৮৶০ |
| ৯। | পৰিয়ালৰ বছেৰেকীয়া— | |
| | এই মাহৰ ৫ ভাং— | ১৪॥০ |
| ১০। | হৰেণক এটা হাফ্-পেণ্ট— | ২৲ |
| ১১। | বুলুৰ এটা সৰু ফ্ৰক— | ১৲ |
| ১২। | অফিচত চাহ খোৱা— | ২।৶০ |
| | ৰেভিনিউ টিকট— | /০ |
| | | ১১১৸৶৬ |
| | আজি পাম— | ৬৩৲ |
| | আৰু লাগে— | ৪৮৸৶৬ |

তেতিয়াহে মুৰামুৰিকৈ লেঠাটো মৰে। এতিয়া এই টকা পাওঁ ক'ত? লেঠা কোনোটো কম নহয়। বাৰু মোৰ গাতেই কেৰোণনে কি? নাই নহয় কোনো ফুত্তিত টকা উৰুৱা মোৰ দেখোন মনত নপৰে আটাই কেউটাই দৰকাৰী। অহা

মাহতো সেই………৬৩৲ টকাহে পাম। এতিয়াই ৪৮৬৶৬ পাই আগতীয়াকৈ ভেটা কাটিলো। কি উপায়! হায় বিধি নৰকী জীৱ নৰকাই নিনি কি ৰং চাইচা!! নাই. থিক কৰিলোঁ আটাই-কেইটাকে পয়চা নিদিও। মোকনো কি ধৰ ৰৰনীত দিয়ে চাওঁ। বাক নিদিওঁ বুলি কৈছো কাৰো পদাতো ভাল কথা শুনুনিম। যানিবা চাহুক নিদওঁ—(১) সি ক'ব, "বাবু এইচন বাত হ'মে নিয়ন না লাগি। পয়ছা না মিলিতো ছুকান কেইসে চলি? লেকেক বেৰী কেহু না জানি, দেকেক বেৰী সৰ জান জাঘী। খাৰ খাকে বাবু বনল্ বাৰ? তোঁহাৰ বাবু বনেমে চৰম নেইথে লাগত্? পাঁচ তাৰিখকে অকৰ দেকেক পৰি না দেবেক তোঁহাৰ চকলচ চোকাইব। হ………হ'মে এইচন্ আদমী হয়ী।"

(২) দাসক নিদিলে ক'ব;—"তোঁহাৰ নাক মাল খাৱ পয়ছা নাই কেন পাওঁ। মাল খাৱৰ বেলা দিবাৰ বেলা হুলকা-হুলকি কৰ। ইগ্‌লী কথা ভাল নাল্‌গে দক্।"

(৩) গুৱালাই ক'ব;—দেক্ তেৰী বাবু! তোৰ জবান ঠিক নাই আছে। হম্ গুৱাল হই। কক্কেপৰ কড়িয়া কৰ্‌কে তোহঁকে দুধ খিয়াৰ জানি গড়বড় কৰবত একে কল মাৰিমে বৈকুণ্ঠ্ চল যাইব। ই………চাক্ দাঁত কহ দেলহ।"

(৪) পুৰণমল পোকৰমল বাবুৱে ক'ব;— "থাড়' চৰম্ হে কনী। এইবাৰ ক'বা হিমাহত তেইবাৰ ক'বা হিমাহত।"

(৫) ঘৰৰ ভাড়া নিদিলে;—"হে'ৰা কেৰেণী যদি লোকৰ ঘৰৰ ভাড়াটো দিব নোৱাৰা বাঁহ-তল গছ-তলত নাথাকা কিয়?

(৬) ঢাকা ঔষধালয়ৰ ঘোষ বাবুৱে; "আজ-কাল্ মানুষ চেৰা টাকা দিতে চাইনা। জিনিব্ নিবাৰ সময় অনেক ভদ্র দিবাৰ সময় আবাৰ অনেক ইয়ে কৰে। কি? ভদ্রলোকেৰ কাজ্ এই।"

(৭) নাপিতে ক'ব;—"ইয়াৰ পয়চাটো দিব নাই পাৰিছে তবে দাবীটো বনাব নাই লাগে। হম্ ৰূপয়া কোৱাস্তে জান দেনে সকতা। যাদ্ ৰাখ্‌না।"

(৮) আঠুৰা এখন নিকিনিলেটো নহবয়। জকৰ কিনিব লাগিব। মই ম'হৰ কাযোৰ থাব পাৰিলেও সৰু সৰু পোনা কেইটিক কিমান শাস্তি দিম। সিইতৰ আত্মাই মোক শাও দিব।

(৯) পৰিবাৰৰ বচ্ছেৰেকীয়া নিজে নাথাই হ'লেও কৰিবই লাগিব। নতুবা মোক সমাজে নিন্দাব।

(১০) আজি ভালেদিন হবেন স্কুললৈ যাব পৰা নাই। একমাত্র হাফ্-পেণ্ট এটাৰ অভাৱত। এইবাৰ যেনে তেনে দিবই লাগিব। নহলে মই পাপৰ ভাগি হ'ম।

(১১) সৰু ছোৱালীজনীৰ সেইটো 'ফ্রক্' মাক থাকোতেই যাযাকে দিয়া। তাইকনো নিদিয়াকৈ কেনেকৈ থাকো।

(১২) অফিচৰ চাহখোৱা পয়ছা নিদিলেনো পিয়ন্‌টিয়ে ক'ব পৰা চাহপাত আৰু গুৰৰ ধাৰ মাৰিব?

(১৩) ৰেভিনিউ টিকট নহেলেটো দৰ্মহাকে ল'ব নোৱাৰোঁ।

এতিয়া দেখা গ'ল কথা কোনোটোৱেই কম নহয়। মই একো উপায় বিচাৰি পোৱা নাই। ক'ত থাকিম কি কৰিম লাগিছে। ক'তনো থাকিবা স্থিতিয়েই নোহোৱা হৈছে। যি হ'ল হ'ল অফিচকে এৰি দিওঁ আকৌনো ক'ত ধৰিম। ক'তো নধৰো তেন্তিয়ানো মোৰ কাৰণে ক'ত টকাৰ দ'ম এটা আছে য'ৰ পৰা এখোকা আনি মোৰ সকলো অভাৱ পূৰাব পাৰিম। মহা বিপদ। অৰ্থাৎ ছুই নাও ছুই ভৰি। **আমাৰ নিচিনা নিঃকিন কেৰেণী কেইটাৰ পাৰেই নাই।** তাতে আকৌ আয়ে মোক দ্বিতীয় বিবাহ কৰাবলৈ কয়। নিজেই চলিব নোৱাৰোঁ ঘৰক সহায় কৰা দূৰৰ কথা।

মোৰ হিচাপ কৰি সময় কটোৱাটোও উচিত হোৱা নাই। মোৰ নিচিনা কেৰেণী এটাৰ কাৰণে দেশ-খনৰ কাম বন্ধ হৈ নাথাকে। মই চৰকাৰৰ কামত আহি মোৰ কামত ব্যস্ত থকাও উচিত হোৱা নাই। কিয় নহব? মোৰ অৱস্থা যেয়া মানে মোৰ নিচিনা আৰু বহুতো কেৰেণীৰ অৱস্থা যেয়া তেতিয়া মোৰ দেশখনো অৱস্থা যেয়া। কেৰেণীবিলাক জানো এই দেশৰে মানুহ নহয়? নাগৰিকৰ মঙ্গলেই দেশৰ মঙ্গল। ভাৰতবৰ্ষৰ দেশখনত বৰুন সানি ধুনীয়া কৰিলে, মই কেতিয়াও দেশৰ মঙ্গল হৈছে বুলি ক'ব নোৱাৰো। আজি মোৰ মনতো স্থিৰ হোৱা নাই। কিবা এটাৰ পৰা কিবা এটাকে হৈছে।

অলপ অফিচৰ কামত ধৰোঁ। অফিচৰ কাম বিলাক 'ডায়েৰী'ত লিখিবৰ ঠাই নাই। অফিচ ছুটি হোৱাৰ লগে লগে ঘৰমুৱা হ'লো। আগেয়ে ল'ৰা-ছোৱালী কেইটিলৈ কেইটামান কলো কিনি আনিলোঁ।

ঘৰলৈ আহি গেলাত টেঙ্গা দিয়াৰ দৰে দেখা পাও যে হৰেনৰ ভৰি গৰম ভাতৰ চৰুৱে সৰ্ব্বনাশ কৰি থৈছে। হৰেনৰ ভৰি পোৰাৰ যেজাৰতকৈও বেছি বেজাৰ পালোঁ যে ওচৰৰ মোক্তাৰৰ ঘৰৰ কোনেও ল'ৰাটিৰ হেনলি-বিনলিত উলটি নাচালে। অৱশ্যে মোক্তাৰ স্বাধীন দেশৰ মানুহ। সকলো স্বাধীন ভাৱে চলিব। হৰেনকো জুয়ে স্বাধীন ভাৱে পুৰিছে আৰু সেই পোৰাৰ যন্ত্ৰনাও স্বাধীন ভাৱে ভুগিব। সকলো কথা এৰি আটাইকেইটাই অলপ বঙা চাহ খাই ল'লোঁ। অৱশ্যে লগত কল আছিল। ইয়াৰ পিছতে চাকা ঔষধালয়লৈ গৈ এটা 'Barnol' কিনিলোঁ আগৰ বাকী কেইটাও দিলোঁ। ৬৩৲ টকাৰে এনেয়ে জোৰা নমৰে তাতে আকৌ খৰছৰ পুং ওলায়। ঘৰ পাই দেখোঁ যে গাঁৱৰ পৰা মোৰ মাজু ভাই শ্ৰীমান নলীনচন্দ্ৰ আহি দুৱাৰ-মুখতে থপৰা মুৰেৰে বহি আছে। মোৰ গা বাজিল। সুধিলোঁ কিয় আহিলি? অলপ ভাবি;— "এনেয়েহে আহিলোঁ।" পিচে মোৰ ওচৰৰ পৰা আঁতৰি আঁতৰি গৈছে। অলপ পৰৰ পিছত ক'লে "মাৰ কি হয় ক'ব নোৱাৰোঁ।" হাঃ হাঃ কি কলি? "এৰা ৰাতি পুৱোৱাৰ আশা দেখা নাই।" ভাল কথাটো শুনালি এনেয়ে বুঢ়ী নাচনী তাতে আকৌ নাহিৰেকৰ বিয়া। "হাক সেইবিলাক এতিয়া থ সন্ধহতে টকা পঁচিশটামান দে, সক-চৰাই বাগানৰ ডাক্তৰ জনকে নি দেখুৱাওগৈ।" বোপাই! বামুণেই মৰক বা লগুণেই ছিগক মই টকা দিব নোৱাৰোঁ। "আজি ২ তাৰিখ দৰ্মহা পাইছ নাই বুলিলে কেনেকৈ?" হঃ হঃ এনে ধনবোৰ পাই আনিছোঁ পাচি-খৰাচী কেইটামান লৈ আহিলি কেনৈ? কণ ৬৩৲ টকা পাও কোনো মাহতে বাকীয়ে নেৰে শুৱাল নাপিতে ককায়েৰৰ ডিডিত মহৰ টোকোন থৈছেতি। "হাক বুজিলোঁ এতিয়া কি কৰা যায়?" এৰা মই মনৰ আবেগতকে ক'লোঁ। কিবা এটা উপায় টোতে থৰ মাৰি কৰিবই লাগিব। অন্য উপায় একো নাই মই ৰাতিপুৱা যেনে তেনে ওলামগৈ। মাতৃদেৱীৰ চৰণ সেৱা আহিমগৈ। এতিয়া ৺নবৌয়েৰৰ সোণৰ হাড় দাল কেনেকৈ পাৰ বন্ধক দি বা বিক্ৰী কৰি আইৰ চিকিৎসাত লাগগৈ। আৰু নাপাহ-বিৰি টেকীয়াখোৱা মাষৰলৈও কিবা এটা ভাবিবি সকলো সিজনাৰ হাতত। ভাইটোৱে কোনো উত্তৰ নিদি চকু ছুটা চল্‌চলীয়া কৰি হাড় দালটৈ ঘৰমুৱা হ'ল। মযো হৰেনৰ ভৰিত 'Barnol' অলপ লগাই ভাতৰ চকলৈ গ'লো। সঁচাই মিছাই ভাত ৰাজি সিইত কেইটাক দিলোঁ। মই……… । ভাগৱতখনৰ এক অধ্যা পঢ়িলোঁ। আৰু সেই বেভিনিউ অফিচৰ সহকৰ্ম্মী শ্ৰীনগেন পূজাৰীৰ লগত অলপ কথোপকথন কৰি একমাত্ৰ গৰাকী সেই নিৰাময়ৰ চৰণ চিন্তি মণিপুৰী আঠুৰাৰ তলত জিৰণি ল'লোঁ।

শ্ৰীনবীনচন্দ্ৰ নেওগ
প্ৰাক্তন ছাত্ৰ, বাণিজ্য শাখা।

# ব্যৱসায়ী চক্ৰ।

শ্ৰীঅৰুণচন্দ্ৰ ফুকন
৪ৰ্থ বাৰ্ষিক
( বাণিজ্য )।

"ব্যৱসায়ী চক্ৰ" কি ? কিয় হয় ? ইয়াৰ ফলত মানুহৰ দৈনন্দিন জীৱনত প্ৰভাৱ কি ? এই সকলোখিনি কথা জনিয়াই দোৱাটো বৰ্ত্তমান অৱস্থাত অতি আৱশ্যকীয় হৈ পৰিছে।

জগতত কোনোৱেই এই ব্যৱসায়ী চক্ৰৰ হাত সাৰিব পৰা নাই। ধনী, দুখীয়া সকলোৱেই ইয়াৰ লগত জড়িত হৈ থাকিবলৈ বাধ্য।

সকলোৱে দেখিবলৈ পাইছে—বাণিজ্য জগতত কেনেকৈ সময়ে সময়ে পণ্যৰ উৎপাদন হ্ৰাস আৰু বৃদ্ধি পাইছে আৰু তাৰ ফলত কোনোৱে অট্টালিকা সাজিছে, কোনোৱে দুবেলা দুমুঠিও পেট ভৰাই খাবলৈ পোৱা নাই ; কোনোৱে আকৌ নিবনুৱা হৈ মনৰ বেজাৰত ঘৰ-বাৰী এৰিবলৈকো কুণ্ঠিত হোৱা নাই। ইয়াৰ আচল কাৰণ কি ? ইয়াৰ মূলতে হৈছে আমাৰ বিষয়-বস্তু—"ব্যৱসায়ী চক্ৰ" ( Trade Cycle )। ইয়াৰ ফলতে পণ্যৰ মূল্যত বঢ়া-টুটা ( fluctuation ) হয়, আৰু উপৰোক্ত অৱস্থাই ঠাই পায়।

ব্যৱসায়ী চক্ৰ নিয়মৰ ভিতৰত থাকিহে বাণিজ্য জগতত কাম কৰে। আমি যদি কিছুমান বছৰৰ ব্যৱসায়ী চক্ৰৰ কাৰ্য্য কলাপ তন্ন-তন্নকৈ চাওঁ— তেতিয়া দেখিম যে ক্ৰমান্বয়ে ৭।৮ বছৰ নাইবা ১০।১১ বছৰ জুৰি পণ্যৰ মূল্য বাঢ়িছে বা টুটিছে। ইয়াৰ লগতে উদ্ভৱ হব পাৰে আগতে কৈ অহা সমস্যা সমূহ। ব্যৱসায়ী চক্ৰৰ আৰম্ভনী কেনেকৈ হয় ? ইয়াক বিচাৰি উলিওৱা বৰ কঠিন। যি কি নহওঁক আমি কব লাগিব যে—ইয়াৰ আৰম্ভ হয় এনে এক সময়ত যি সময়ত পণ্যৰ মূল্য যায়, চাহিদা ( Demand ) হ্ৰাস পায় আৰু নিবনুৱা সমস্যা ( Unemployment ) ভয়াবহ হৈ পৰে। পুনৰ চাহিদা বৃদ্ধি হয়, পণ্যৰ মূল্য বাঢ়ে আৰু নিবনুৱা সমস্যা কমি যায়। এইদৰেই ক্ৰমান্বয়ে ৭।৮ বছৰ, ১০।১১ বছৰ আৰু কেতিয়াবা ২০।২৫ বছৰ ধৰি মূল্য বঢ়া-টুটা হৈ যি ৰূপ বাস্তৱ জগতত লিছে তাকেই বাণিজ্য জগতত ব্যৱসায়ী চক্ৰ বুলি ক'লেও বেচি কোৱা নহব। তলত তাৰেই স্বৰূপ দিয়া হ'ল।

পণ্যৰ দাম বাঢ়িছে বা টুটিছে কিন্তু কিয় বাঢ়িছে আৰু কিয় টুটিছে ? ইয়াক সাধাৰণ শ্ৰেণীৰ মানুহে লক্ষ্য কৰে কেৱল দুটা কথাত ভিত্তি ৰাখি—

(১) পণ্যৰ দাম বাঢ়িছে কিয়নো উৎপাদন কমিছে।

(২) দাম কমিছে অৰ্থাৎ উৎপাদন বৃদ্ধি হৈছে।

প্ৰকৃততে ইয়াৰ উপৰিও বহুত কথা আমি জানিব লগীয়া আছে।

এই ব্যৱসায়ী চক্ৰৰ ওপৰত নিৰ্ভৰ কৰিছে এখন ৰাষ্ট্ৰৰ উন্নত আৰু অধোন্নত আৰ্থিক অৱস্থাৰ। তাৰ অঙ্গাঙ্গি সম্বন্ধ আছে সেই ৰাষ্ট্ৰৰ অধিবাসী সকলৰ মানদণ্ডৰ ( Standard of Living ) লগত। ৰাষ্ট্ৰৰ জনসাধাৰণে কিমান অনুপাতে নিজৰ আয়ৰ পৰা অৰ্থ সঞ্চয় আৰু বাণিজ্যত খটুৱাব পোৱৰ তাকো মন কৰিব লগীয়া। এখন ৰাষ্ট্ৰৰ যদি কোনো এবছৰত প্ৰকৃত আয় ১০০০৲ টকা হয় ; আৰু পিছৰ বছৰত ১৫০০৲ টকা হয়, তেন্তে ই কি বুজাব ? ইয়াৰ পৰা ইয়াকে বুজা যাব যে পিছৰ বছৰৰ বাঢ়ি হোৱা ৫০০৲ টকাৰ বিনিময়ত বাণিজ্য জগতত পণ্যৰ চাহিদা বাঢ়ি যাব,

আৰু আন হাতে অধিক পৰিমাণ মূল আৰু ভোগ্য পন্যৰ ( Capital and Consumers Goods ) উৎপাদনৰ আহিলা যোগাব। অধিক পৰিমাণ পন্য উৎপাদন কাৰ্য্যত আমি কি দেখিম? আমি দেখিম যে ইয়াৰ ফলত এহাতে নিবনুৱা সমস্যাৰ কিছু অংশ সমাধান হৈছে; আনহাতে মানদণ্ড উন্নত হৈছে অথবা জনসাধাৰণে কিছু সঞ্চয় কৰিবলৈ সুবিধা পাইছে।

বাণিজ্যৰ ফালৰ পৰা ভালদৰে লক্ষ্য কৰিলে আমি দেখিবলৈ পাম যে যেতিয়া পন্যৰ মূল্যস্তৰ ( Price Level ) কমি যায়; তেতিয়া জনসাধাৰণে যদিও কিছু অৰ্থ সঞ্চয় কৰিব পাৰে আনফালৰ পৰা আমি দেখিম যে ই বাণিজ্য জগতত এক ভয়াবহ ৰূপ দিয়ে। সেই ৰূপটো হৈছে বাণিজ্য সংকোচন ( Trade Depression ) বা বাণিজ্যত ঘাটি পৰা।

এই বাণিজ্য সংকোচন হয় কিয়? বাণিজ্য সংকোচন হয় যেতিয়া আৱশ্যকীয় পন্যতকৈ উৎপাদন অতিমাত্ৰা বেচি হয়—তেতিয়া এই সংকোচনে ঠাই পায়। শিল্পপতি সকলে পন্যৰ মূল্য বঢ়োৱা-টুটুৱা বহুতেই দেখিছে; ইয়াৰ কাৰণ হৈছে—(১) বেচি দামত পন্যৰ চাহিদা উৎপাদনতকৈ কম হোৱা (২) উৎপাদন বেছি হোৱা আৰু চাহিদা কমি যোৱা। ১৯৩০ আৰু ১৯৩২ চনৰ বাণিজ্য সংকোচনেই বিদন ৰূপে পৰিচয় দিয়ে—কেনেকৈ সেই সময়ত খেতিয়ক আৰু শিল্পপতিসকলে বাণিজ্যত ঘাটি পৰিবলগীয়া হৈছিল।

'চাহিদা' ব্যৱসায়ী চক্ৰৰ এক অতি মূল্যবান উপকৰণ। ইয়াৰ ফলতেই অৰ্থনৈতিক জগতত নানা ৰূপ দেখা পাওঁ। অৰ্থ সংকোচন (Deflation) ইয়াৰেই এক স্বৰূপ। এই প্ৰসঙ্গত কোৱা উচিত যে যদি এখন ৰাষ্ট্ৰৰ চাহিদা শতকৰা ৮৫ হওঁতে ১ কোটি টকা খটুৱা ( Investment ) হয়; কিন্তু যেতিয়া চাহিদা শতকৰা ৫০ হয় তেতিয়া সেই অনুপাতে অৰ্থ সৰবৰাহ কমি যায় আৰু তাৰ ফল স্বৰূপে উৎপাদন বাঢ়ে বা টুটে আনহাতে মূল্য নিৰ্দ্ধাৰণটো হাত দিয়ে। আনফালৰ পৰা চালে দেখিম যে নিবনুৱা সমস্যাও দেখা দিছে। এই সম্পৰ্কত কোৱা উচিত যে কেতিয়াবা আকস্মিকতে বাণিজ্যত মহাৰ্ঘতাই দেখা দিয়ে—ইয়াৰ মূল কাৰণ হৈছে অৰ্থ অৱব্যৱহৃততকৈ জনসাধাৰণৰ আয়ৰমান কমি যোৱা। অৰ্থাৎ জনসাধাৰণৰ কাহিল আৰ্থিক অৱস্থা। ভালদৰে চালে আমি দেখিবলৈ পাম যে বৰ্তমান অৱস্থাত জনসাধাৰণৰ অৰ্থ সঞ্চয় কৰা দূৰৰ কথা—আনকি দৈনন্দিন জীৱনৰ আৱশ্যকীয় সামগ্ৰী সমূহ যতনাই লবলৈকো অৰ্থৰ অভাৱ।

'চাহিদা' 'আয়' 'ব্যয়' আৰু 'অৰ্থ সঞ্চয়' এই সকলোখিনিৰ 'অৱস্থাই' হাল-সলনিয়েই বাণিজ্য জগতত ব্যৱসায়ী চক্ৰৰ উৰ্দ্ধ আৰু নিম্ন গতিৰ সৃষ্টি কৰিছে। ব্যৱসায়ী চক্ৰৰ এই গতি এবছৰ বা দুবছৰৰ ৰূপ নহয়; ই হেজাৰ হেজাৰ বছৰ ধৰি জগতত চলি আহিছে। কিন্তু মন কৰিছে কেইজনে? অৰ্থনৈতিক জগতত ই যে কেনে ধৰণেৰে খেলা কৰিছে তাক দেখিছে কেইজনে?

অৰ্থ সঞ্চয় আৰু ব্যয়ৰ লগত ইয়াৰ নিগূঢ় সম্বন্ধ। সেই দৰেই নিবনুৱা সমস্যা সমাধান কৰা, জীৱন যাত্ৰাৰ মানদণ্ড উন্নত কৰা আৰু সৰ্ব্বতোপ্ৰকাৰে সমৃদ্ধিশালী এখন ৰাষ্ট্ৰ গঠন কৰাত ইয়াৰ অতুল প্ৰভাৱ। জনসাধাৰণে বুজা উচিত যে আয় আৰু ব্যয় কেনেকৈ হয়? এজনৰ আয় আনজনৰ কি হব পাৰে? অথবা এজনৰ ব্যয় অন্য এজনৰ কি হয়? এজন লোকৰ আয় অন্য এজনৰ নিশ্চয় ব্যয় হব লাগিব। সেই দৰেই আন এজন লোকৰ ব্যয় অন্য এজন লোকৰ আয় হব। আয়-ব্যয়ৰ বঢ়া-টুটাৰ লগত জড়িত আছে জনসাধাৰণৰ মানদণ্ড। যেতিয়া আয়ৰ মাত্ৰা বাঢ়ি যায় তেতিয়া বুজিব লাগিব যে জনসাধাৰণৰ মানদণ্ড উন্নত হৈছে আৰু তাৰ বিপৰীত ৰূপ দেখা দিব আয় কমি গলে। আয় বৃদ্ধি হোৱাৰ লগে লগে দেখা দিয়ে সঞ্চয়ে। সঞ্চয়ে বাণিজ্যত ভাল আৰু

বেয়া স্থযোটা ৰূপ দান কৰিব পাৰে। কিয়নো অধিক সঞ্চয়ে বৃত্তাৰ পন্যৰ চাহিদা কমা, মূল্য হ্ৰাস হোৱা আৰু লগে লগে নিবনুৱা সমস্যা আহ্বান কৰা। কেতিয়াবা বাণিজ্যত প্ৰয়োগ কৰা অৰ্থৰ (Investment) অভাৱ হলেও এনে অৱস্থাই ঠাই লয়। চাহিদা বেচি হলে ইহাৰ বিপৰীত অৱস্থাই ঠাই লয়।

প্ৰয়োগ কৰা অৰ্থ যেতিয়া সঞ্চয়তকৈ বেচি হয় তেতিয়া পন্যৰ চাহিদা বৃদ্ধি পায় আৰু চাহিদা বৃদ্ধি হোৱাৰ লগে লগে নিবনুৱা শ্ৰমিক আৰু অপ্ৰয়োগ অৰ্থ (Saving) শিল্প বাণিজ্যত নিয়োগ কৰি—বাণিজ্য জগতৰ উৎকৰ্ষতা সাধন কৰা হয়। এনে অৱস্থাত মূল্যস্তৰ বৃদ্ধি পোৱাৰ কোনো কাৰণ নাথাকে। কিন্তু কোনো সময়ত মূল্য বৃদ্ধি পাব পাৰে কিয়নো চাহিদা বৃদ্ধিৰ লগে লগে সকলো পন্য সমানে উৎপাদন নহবও পাৰে। আনহাতে ইয়াকো মন কৰা উচিত যে জন-সংখ্যা ক্ৰমাধ্বয়ে বৃদ্ধি হোৱাৰ লগে লগে অন্য পন্যৰ উৎপাদন কাৰ্য্য সেই অনুপাতে বৃদ্ধি হব পৰা নাই। তাৰোপৰি শ্ৰমিকৰ ধৰ্ম্মঘট (Labour Strike) আদি সমস্যাযো বাণিজ্যত বহুত সময়ত ঘাটি পেলায়। কাজেই পন্যৰ মূল্যস্তৰ বৃদ্ধি পায়। সাধাৰণতে যি বিলাক দেশ শিল্প প্ৰসিদ্ধ সিহঁতলাকত পন্যৰ মূল্য বৃদ্ধি হোৱাতকৈ নিবনুৱা সমস্যা সমাধানৰ কাৰণেহে বিশেষকৈ লক্ষ্য ৰাখে।

জোঁৱাৰ ভাটাৰ দৰে বাণিজ্য জগতত মূল্যস্তৰৰ উঠা-নমা হোৱাৰ ভালেখিনি কাৰণ তাৰ ফলাফলৰ সৈতে আগতে কৈ অহা হৈছে। আয়, ব্যয়, অৰ্থ সঞ্চয় ইত্যাদিৰ বিষয়েও আভাস দিয়া হৈছে। পুনৰ দুই চাৰিটি কথা বহলাই ক'লেহে ব্যৱসায়ী চক্ৰৰ বিষয়ে বুজিব পৰা হব। অৰ্থ-সঞ্চয় (Saving) আৰু প্ৰয়োগ কৰা অৰ্থ (Investment) কিহৰ ওপৰত নিৰ্ভৰ কৰিছে? ইয়াক নিৰ্ভৰ কৰিছে মানুহৰ মনৰ ওপৰত। মানুহৰ ভাৱধাৰা বাণিজ্য জগতত ওতঃ-প্ৰোত ভাৱে জড়িত আছে।—বীমা কোম্পানী বেঙ্কৰ সুদ বৃদ্ধি, নেচনেল চেভিংচ চাৰ্টিফিকেট আদি অৰ্থ সঞ্চয়ৰ প্ৰণালীবোৰে এহাতে অৰ্থ সংকোচন কৰিছে আৰু আনহাতে ব্যৱসায় বাণিজ্যত সহায়তা কৰিছে। মুঠৰ ওপৰত কোৱা উচিত যে জনসাধাৰণৰ অথবা ৰাষ্ট্ৰৰ আয়ৰ লগত সঞ্চয়ৰ যথেষ্ট প্ৰভাৱ আছে—সেই দৰেই প্ৰয়োগ কৰা অৰ্থৰ লগত বৰ্ত্তমান আৰু ভৱিষ্যত ব্যৱসায়ৰ লাভ লোকচান নিৰ্ভৰ কৰে; প্ৰয়োগ কৰা অৰ্থৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিছে সুদৰ হাৰে।

অৰ্থনৈতিক জগতত লানি নিছিগা সমস্যাই প্ৰভাৱ বিস্তাৰ কৰি ব্যৱসায়ী চক্ৰৰ সৃষ্টি কৰিছে। ইয়াৰ পৰিসৰ বৰ বহল আৰু তাক দৈনন্দিন জীৱনত প্ৰতিজন দেশবাসীয়েই লগ পাই আহিছে। কোনোৱে এই বিষয়ে চিন্তা কৰিছে—যৎকিঞ্চিত হ'লেও কাৰণ আৰু ফলাফল অনুভৱ কৰিব পাৰিছে; কোনোৱে চিন্তা নকৰি চৰকাৰক দোষাৰোপ কৰিছে। এইটো বুজা উচিত যে আয়ৰ মাত্ৰা বঢ়াৰ লগে লগে সঞ্চয়ৰ মাত্ৰাও বাঢ়ি যাব। অধিক সঞ্চয় হৈ যদি ব্যয় সংকোচিত হয় তেন্তে বাণিজ্যত মহাৰ্ঘতাই (Depression) দেখা দিয়াটো সম্ভৱপৰ হৈ পৰে। এনে অৱস্থাত যদি বেঙ্কৰ প্ৰতি মানুহৰ আস্থা কমি যায় আৰু সঞ্চিত ধন উলিয়াই ব্যয় কৰিবলৈ হাবিয়াস কৰে অৰ্থাৎ বেঙ্কৰ দেৱলীয়া অৱস্থাই দেখা দিয়ে তেতিয়া বাণিজ্যত অধিক পৰিমাণ শোচনীয় অৱস্থাই দেখা দিয়ে আৰু তাৰ ফল স্বৰূপে নিবনুৱা সমস্যা, চাহিদা হ্ৰাস, পন্যৰ অভাৱ, জাতীয় আয়ৰ (National Income) মাত্ৰা কমা জনসাধাৰণৰ মানদণ্ড কমি যোৱা আৰু বহুতো সৰ্ব্বনশীয়া অৱস্থাই ভুমুকি মৰাটো স্বাভাৱিক। এই দৰেই ব্যৱসায়ী চক্ৰৰ আয়, ব্যয়, অৰ্থ-সঞ্চয় চাহিদা হ্ৰাস আৰু বৃদ্ধি, পন্য উৎপাদন হ্ৰাস আৰু বৃদ্ধি, বাণিজ্যত মহাৰ্ঘতা আদি সকলো বিষয়তে জড়িত আছে।

# সম্পাদকীয়।

বৰ্ত্তমান জগতত ইমূৰৰ পৰা সিমূৰলৈকে পৰিলক্ষিত হৈছে দুটি অবিৰাম সমস্যা—'খাদ্য' আৰু 'বস্ত্ৰ'। যদিও মানৱ সমাজে জ্ঞান আহৰণৰ বাবে প্ৰগতিৰ বাটত বাগবাঢ়ি গৈছে তথাপিতো আজি সমস্যা সমাধানৰ উপায় বিচাৰি পোৱা নাই। বৈজ্ঞানিকে চেষ্টা কৰিছে নতুন নতুন বিজ্ঞানৰ পন্থা উলিয়াই সমস্যা সমূহৰ ওৰ পেলাবলৈ কিন্তু তাকো হতাশৰ ভাৱৰে ঢাকি পেলাইছে।

\+ + +

প্ৰাকৃতিক দুৰ্যোগ—পৃথিবী ব্যাপি 'ভূমিকম্প' আৰু 'বান-পানী'ত আজি শ শ নৰ-নাৰীয়ে অকালতে প্ৰাণ হেৰুৱাইছে; দেশ-বিদেশে সিবিলাকৰ সাহাযাৰ বাবে অন্ন-বস্ত্ৰৰ যোগান ধৰিছে; কিন্তু দুখ লাগে আজি সিবিলাকৰ প্ৰকৃত বিতৰণৰ অভাৱত তাৰ ফল ভোগ কৰিছে—'এনে এক শ্ৰেণীৰ সভ্য জগতৰ মানৱে'—যাৰ প্ৰাকৃতিক দুৰ্যোগে একো বিধ্বস্ত কৰিবও পৰা নাই। আনহাতে প্ৰকৃত বিধ্বস্ত শ্ৰেণীয়ে এমুঠি অন্ন আৰু এখনি বস্ত্ৰৰ অভাৱত জীৱনৰ মেলানি মাগিবলৈকো বাধ্য হ'ল। আজি মানৱ সমাজৰ ওচৰত আমাৰ আহ্বান—ভাই, মানুহক মানুহ হিচাবে চিনি লবলৈ, নিশকতীয়া জাতিটোক শক্তিমন্ত কৰি তুলিবলৈ আৰু দাসত্ব মনোবৃত্তি 'লাভ-খোৰ' স্বভাৱ পৰিত্যাগ কৰি, নিজে নিজৰ মনৰ প্ৰায়শ্চিত্ত লভি জগতত এক উন্নত জাতি বুলি চিনাকি দিবলৈ প্ৰত্যেক স্বাধীন নাগৰিকৰে ভৱা দৰ্কাৰ. জাতিটোক সবল কৰা মানে দেশ খনক সবল কৰা।

\+ + +

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰতে যদিও খণ্ডিত ভাৱে স্বাধীনতা লাভ কৰিলে তথাপি আমি কোৱা ভুল হব যে হিন্দু মুছলমান ভাৰতৰ সন্তান নহয়। ককাই-ভাই বেলেগ হয় সেই বুলিতো কোনেও নকয় তেওঁ তেওঁৰ ককায়েক বা ভায়েক নহয়। গতিকে ভাৰত আৰু পাকিস্থান দুয়োখন দেশৰ মাজত সৰল আৰু সদ্‌ভাৱ থকাতো একান্ত প্ৰয়োজন। দুয়োখন দেশেই ইখনে সিখনৰ সৰ্ব্বতোপকাৰে উন্নতিৰ বাবে চেষ্টা কৰাটো প্ৰকৃত দৰ্কাৰ।

\+ + +

দেশৰ উন্নতি নিৰ্ভৰ কৰিছে—জাতিৰ, শিক্ষা, শিল্প আৰু বাণিজ্যৰ উৎকৰ্ষতা সাধনৰ ওপৰত। আজি আমাৰ দেশৰ বিশেষকৈ অসমৰ শিক্ষা বিশাৰদসকলে এই শিক্ষাৰ পৰিসৰ বৃদ্ধি কৰাত কিমান আগবাঢ়িছে আৰু তাৰ উন্নয়ন কৰাত কিমান দূৰ অগ্ৰসৰ হৈছে তাক প্ৰত্যেক পাঠকবৃন্দই জানে। শিল্প আৰু বাণিজ্য বিষয়তো কিমান দূৰ আগবাঢ়িছে তাকো আপোনালোকৰ অবিদিত নহয়। এইদিনিতে শিক্ষা প্ৰসঙ্গত দুআষাৰ কহলাই কোৱা উচিত যেন বিবেচনা কৰি কওঁ যে, আন আন স্বাধীন দেশ যেনে আমেৰিকা, ইংলেণ্ড আদিত শিক্ষাৰ পদ্ধতি আমাৰ দেশতকৈ বহুত অমিল আৰু সিবিলাকত সৰহ সংখ্যক নাগৰিকেই একো জন ভাল শিক্ষা-বিশাৰদ (Graduate)। সেই দেশবোৰতো বৰ্ত্তমান আমাৰ ইয়াত থকাৰ দৰে—'ৰাতিৰ স্কুল' আৰু 'কলেজ' আছে। ইয়াৰ মূল উদ্দেশ্য হৈছে যাতে জ্ঞান পিপাসু লোক সমাজে—জ্ঞান আহৰণ কৰিবলৈ সুবিধা পায়। —দুখৰ বিষয় আমাৰ শাসক শ্ৰেণীৰ দুই এক লোকে এই ব্যৱস্থা বৰ ভাল নাপায়—আৰু তেনে লোকে শিক্ষা লবলৈ ইচ্ছা কৰা সমাজক উৎসাহ উদ্দীপনা দিয়া দূৰৰ কথা বৰং তাত বাধা জন্মাবলৈহে ইচ্ছা কৰে। ইয়াকো কব লাগিব যি সকল প্ৰকৃত শিক্ষিত—সিবিলাকৰ মাজত এনে ভাৱ দেখা পোৱাতো বৰ দুখৰ আৰু লাজৰ বিষয়। দকৈ ভাবি চালে দেখা যাব যে এনে শিক্ষা আহৰণ কৰাত শাসন যন্ত্ৰত কোনো বেমেজালি ঘটিব নোৱাৰে—আনহাতে দৈনন্দিন কাম সুকলমে চলোৱাত সহায়তাহে কৰে।

ই অতি সুখৰ বিষয় যে অসমত বিশ্ববিদ্যালয় হোৱাৰ লগে লগে ঠায়ে ঠায়ে "কমাৰ্চ" অৰ্থাৎ বাণিজ্য বিষয়ত শিক্ষা দিয়াৰ ব্যৱস্থা হাতত লোৱাত আমি বিশ্ববিদ্যালয়ৰ পৃষ্ঠ-পোষকসকলক শলাগ নলৈ নোৱাৰোঁ। তেখেতসকলে যেন এই শিক্ষাৰ পৰিসৰ বৃদ্ধি কৰিবলৈ—লগে লগে এক উন্নত বাণিজ্য বিশাৰদ শিক্ষিত শ্ৰেণী গঢ়ি তুলিবলৈ; তাৰো লগে লগে বাণিজ্য জগতত যাতে শিক্ষিতসকলে সুবিধা পায় তাৰ বাবে চকু ৰাখে—এয়ে আমাৰ ভাৰসা। যোৰহাট, ডিব্ৰুগড় গুৱাহাটী আৰু শিলঙত এই বাণিজ্য বিষয়ত কলেজ সমূহত শিক্ষা লাভ কৰা কেবাজনো ছাত্ৰই উত্তম ধৰণৰ স্থান লাভ কৰি আছিছে; কিন্তু এতিয়ালৈকে আমি জানিব পৰা নাই—সেই কৃতী ছাত্ৰ কিছুমান কিবা পুৰস্কাৰ ( Scholarship ) দিয়া হৈছেনে নাই। যদি একোৱে ব্যৱস্থা হোৱা নাই সঁচাকৈয়েই অতি পৰিতাপৰ বিষয়।

চৰকাৰী ইস্তাহাৰত আমি দেখি আহিছোঁ কেৱল মাত্ৰ ক'লা আৰু বিজ্ঞানত বৃত্তি লাভ কৰা ছাত্ৰবোৰে চৰকাৰৰ ধৰত চাকৰি লবলৈ স্থান আছে। আমি কব নোৱাৰোঁ কিয় বাণিজ্যত বৃত্তি লাভ কৰা ছাত্ৰই স্থান নাপাব। আৰু ইস্তাহাৰত তাৰ স্থান নিদিব কিয়। ভবা ভুল হব যে বাণিজ্যত উত্তীৰ্ণ হোৱা ছাত্ৰসকল অন্য ছাত্ৰতকৈ নিকৃষ্ট।

আমি কেৱল বাণিজ্য শাখাৰেই জয় নকৰি—সমূহ কলেজৰ হৈ গৌৰৱ অনুভৱ কৰিবলৈ বাধ্য যে আমাৰ কলেজত এই বছৰৰ পৰা এখনি "কনজিউমাৰ্চ কো-অপাৰেটিভ চচাইটি" ( Consumers' Co-operative Society ) স্থাপন কৰা হৈছে। এই চচাইটিয়ে বিশেষকৈ সমূহ কলেজৰ ছাত্ৰ আৰু অধ্যাপক মণ্ডলীৰ যাৱতীয় কিতাপ পত্ৰৰ যোগান ধৰিব আৰু ক্ৰমশঃ কলেজৰ অন্যান্য কাম সমাধান কৰাতো সহায়তা কৰিব। প্ৰতি জন কলেজৰ ছাত্ৰ আৰু অধ্যাপকেই এই চচাইটিৰ সভ্যভুক্ত হব বুলি আমি আশা কৰিলোঁ। আপোনালোকৰ সহায় সহানুভূতি আৰু অকৃত্ৰিম কৰ্ম্ম নিপুণতাৰ ওপৰতে আমাৰ এই চালুকীয়া অৱস্থাৰ চচাইটি সবল হৈ এদিন সমূহ যোৰহাটবাসীৰ এখনি আদৰ্শ চচাইটি হব বুলি সম্পূৰ্ণ আশাত ৰলোঁ। এই চচাইটি স্থাপনত অশেষ কষ্ট ভোগ কৰা অধ্যাপক আৰ্. ডি, জৰেকাৰ, শ্ৰীমাধৱচন্দ্ৰ চক্ৰবৰ্ত্তী আৰু উদ্যোগমান ছাত্ৰ শ্ৰীকুলেশ্বৰ গগৈক শলাগ নলৈ নোৱাৰি। আমি অতিকৈ সুখী হবলৈ বাধ্য যে দিনৰ ছাত্ৰ আৰু ছাত্ৰী শাখাৰ ইউনিয়নেও এই চচাইটি গঠনত সহযোগিতা কৰিছে আৰু তাক সবল অৱস্থালৈ আনিবলৈ যথেষ্ট চেষ্টা কৰিছে।

\+　　　　+　　　　+

আমাৰ কলেজৰ গৌৰৱৰ বিষয় যে এইবাৰো এই কলেজৰ পৰাই আই, এ, পৰীক্ষাত শ্ৰীনীলনাথ বৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম স্থান অধিকাৰ কৰিছে আৰু আই, কম্, পৰীক্ষাত শ্ৰীনবকুমাৰ ভট্ট আৰু শ্ৰীঅৰুণচন্দ্ৰ কটকীয়ে ক্ৰমান্বয়ে চতুৰ্থ আৰু অষ্টম স্থান অধিকাৰ কৰিছে। বি, কম্ পৰীক্ষাতো শ্ৰীমলয়কুমাৰ গাঙ্গুলীয়ে 'ডিষ্টিংচন' লাভ কৰি দ্বিতীয় স্থান পোৱাটোও আমাৰ কলেজৰে সু-নাম। জনৰৱ লগত মৰণৰ ছাঁ থকাৰ দৰে আমি সুখৰ লগত দুখৰ বোজা বহলৈকো বাধ্য হব লগাত পৰিলোঁ। অৰ্থাৎ আমাৰ সকলো শাখাতেই অধিক সংখ্যক ছাত্ৰই আশানুৰূপে উত্তীৰ্ণ হব পৰা নাই; যতিকৈ অধিক সংখ্যক ছাত্ৰ উত্তীৰ্ণ নোহোৱাৰ কাৰণ কি? এই বিষয়ে আমি কলেজৰ কৰ্ম্ম-কৰ্ত্তা সকলৰ তীক্ষ্ণ দৃষ্টি আকৰ্ষণ কৰিলোঁ। ছাত্ৰ সকলকো অনুৰোধ জনালোঁ যাতে ক্ৰমান্বয়ে এই কলঙ্কৰ হাত সাৰিব পাৰি তালৈ লক্ষ্য ৰাখি নিজৰ দৈনন্দিন কাম কৰি যায়।

\+　　　　+　　　　+

কোনো কোনো সময়ত দেখা যায় আগে দিনলৈকে কলেজত অধ্যাপকৰ অভাৱ—আৰু তাৰ বিনিময়ত প্ৰত্যেক শাখাৰ ছাত্ৰসকলে যি বিষয়ত

অধ্যাপকৰ অভাৱ—সেই বিষয়ত যথেষ্ট ধৰণেৰে পিচ পৰি যায় আৰু উত্তীৰ্ণ হ'বলৈ নানা ধৰণৰ কষ্ট ভোগ কৰিবলগীয়া হয়। যাতে এনে ধৰণৰ সমস্যা কোনো কাৰণতে উদ্ভৱ হ'ব নোৱাৰে তাৰ বাবে কলেজ কৰ্ত্তৃপক্ষৰ ওচৰত বিনীত ভাৱে অনুৰোধ জনালোঁ।

অনেক সময়ত বাণিজ্য শাখাৰ ছাত্ৰসকলে বাতি পোহৰৰ অভাৱত কলেজ ত্যাগ কৰি ঘৰলৈ গুচি যাবলগীয়া হয়। গতিকে এই বিষয়ে যাতে সদ্যুয়ে কৰ্ত্তৃপক্ষৰ চোকা দৃষ্টি থাকে এইয়ে আশা কৰিলোঁ।

\+ + +

মানুহ মৰণশীল। কিন্তু মৰণৰ আগতে কৰি যোৱা কৰ্ম্মৰাশিয়ে জাতিৰ অথবা জগতৰ সম্পদ হৈ থাকে কালৰ বুকুত। ৺ৰাধাকান্ত সন্দিকৈৰ বিয়োগত তেখেতৰ নশ্বৰ দেহাৰ লোপ হ'ল সঁচা; কিন্তু তেখেতে অসমীয়া সাহিত্যত যি সম্পদ হৈ গ'ল—সি অতি মূল্যবান। ৺যোগেশ্বৰ চলিহাৰ বিয়োগত অসমে এজন সাহিত্যিকক হেৰুৱালে—কিন্তু তেখেতৰ অসমীয়া সাহিত্যৰ প্ৰতি যি মৰম তাক কেতিয়াও পাহৰিব নোৱাৰি।

\+ + +

১৯৫২ চনৰ ভাৰতৰ গণ-ভোটত আমাৰ কলেজৰ কৰ্ত্তৃপক্ষই, অধ্যাপক আৰু ছাত্ৰসকলে যি সহায় কৰিলে সি অতি প্ৰশংসনীয়।

\+ + +

সৰ্ব্বশেষত ছাত্ৰ বন্ধুসকলৰ ওচৰত ক্ষমা বিচাৰি কওঁ যে, আলোচনী নিৰ্দ্দিষ্ট সময়ত উলিয়াবলৈ অশেষ চেষ্টা কৰিও বিফল হ'ব লগা হ'ল—প্ৰবন্ধ-পাতিৰ আৰু পুঁজিৰ অভাৱত। ছাত্ৰ বন্ধুসকলৈ অনুৰোধ, ভৱিষ্যতলৈ যাতে এনে অভাৱত আলোচনীৰ কাম পলম হ'বলৈ নাপায়। আলোচনী বিভাগৰ উপদেষ্টা আৰু কলেজৰ অধ্যাপক শ্ৰীযুত নৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য এম. এ. মহোদয়ে অশেষ কষ্ট কৰি প্ৰবন্ধ-পাতি চকু-ফুৰাই দিয়াৰ বাবে আৰু যি সকল ছাত্ৰই 'প্ৰুফ্' আদি চোৱাত সহায় কৰিলে তেওঁলোকসকলৰ ওচৰত আলোচনীৰ সম্পাদক চিৰকৃতজ্ঞ থাকিল। অশেষ যত্ন লোৱা স্বত্বেও দেখা গৈছে যথেষ্ট ভুল হৈ গৈছে, তাৰ কাৰণেও ক্ষমা কৰে যেন।

—জয়হিন্দ—



# J. B. College Magazine.

## Commerce Section

THIRD ANNUAL PUBLICATION.

1952.

*English Section.*



*Adviser*—Prof. **R. V. Jawalekar.**

*Editor*—**Bidyadhar Bhuyan.**





*Commerce Section Union Executive, 1951-52.*

1st Row—( Sitting from Left ) Messrs. A. C. S. Phukan ( Editor, Assamese Section ), K. Gogoi ( J. B. College Co-operative Secy. ) C. K. Neog ( Union Secy. ), Prof M. C. Chakravarty ( Union President and Avidser Co-op. Society ), Vice Principal, G. Dutta, Prof. M. N Bhattacharjee ( Prof. in-charge Assamese Section ) Prof. R. V. Jawalekar ( Adviser Co-op. Society and Prof in-charge English Section ), G. Phukan ( Common Room Secy ), B Bhuyan ( Editor, English Section ), P. Goswami ( Vice President. )

2nd Row—( Standing from Right )—Messrs. A. Barua, ( Class Representative ), N. K. Bhatta ( Class Representative ), N. Bora (Study Circle Secy.), D. R Barua ( Game Secy. ), K. N. Thakur ( Class Representative), N. M. Barua ( Music Secy. ), S. K. Borgohain ( Class Representative ).

## A lost flower.

A. C. Baruah
2nd yr. Com.

On my way I saw a flower
With rosy petals in a bower,
Refreshing as in the summer a shower
Sweeping away memories sadder.

... ... ... ...

But alas ! I see it no more
In the bower where it were,
Perhaps departed from my sight
Putting me in a dolorous plight.

But yet I wish you good luck
Go ahead with fragrance and pluck,
To despair and deflexion give no place
And win your victory in life's race.

# Commerce Abused.

By—Prof. R. V. Jawalekar
M. Com, LL. B.

All sciences and arts, so far they serve man are good and deserve development encouragement for but the moment they become enimical to his interest they deserve decay to the extent they are injurious. Nothing in this world seems to have unmixed good. Man has to exercise control with a view to render it fruitful. Relaxation in this control results in manifold abuses. It is thus the man who is responsible for making them beneficial or enimical. Under such conditions should the man abusing them be replacad or the science or art concerned be doomed ?

In our country to-day, adulteration of foodstuffs is killing us, in the sugar-coated words of a bania we often taste deception. Hoarding and black-marketing are sapping our very life. Lock-outs and strikes suffocate our productive economy. Reckless speculative activity on the stock exchanges brings ruin to many honest genuine investors. Are these not the abuses of the knowledge in commerce ? Should such manupulating men not be hurled out of the commercial field ?

Yes, we agree, whatever is injurious to humanity must go and go forth with. We wish that all such elements should go out of the commercial field as in fact they are the enemies of commerce when they injure the interest of the society for mere lust of money. Indeed, in doing so, they defeat the very purpose of commerce, in not rendering ungrudging service for the removal of hindrances of place, person and time. commerce cannot go, it is the persons abusing it must go.

America could become a first-grade and the wealthiest nation through the exploitation of her natural resources and trade with the world. England, such a small island, with only about 34 % of her agricultural needs satisfied at home, is having supremacy over vast areas of the earth and tiny Japan had once dazzled the eyes of the world with her exceptional development in commerce and trade. Commerce in fact is a ladder to reach the heaven of economic prosperity. Do we crave for economic prosperity so as to bring about an increase in per capita income, by rendering useful services to humanity ? Unless we are able to produce and sell our services to others, to their entire satisfaction can we hope to be prosperous ? Robbers' Economy if followed must one day lead to bankruptcy. We want such men who can produce and render such services and make all happy. We sell mica, manganese, iron-ores, oil seeds, tobacco, rubber etc to others and purchase the same things in finished forms with costs of labour, transport and middlemen, added there to. Is it possible to curb this and produce such men?

The only remedy is an inculcation of a true spirit of commerce, a true

spirit of service. Practical business-men with some business morality, business temperament and addequate business training, can only save the nation from degeneration. We had plenty of it, when we were at the peaks of our prosperity others learnt it from us but unfortunately we lost it along with our independence. Can we do any longer without this spirit to-day ?

The concept that in commerce, every-thing is fair, is decidedly suicidal Strong business morality is the back-bone of Industry and commerce. To day's age is of selling specialties on the good will of the producer The purchasers first pay on the trade mark, trade name, or the firm's name and later see the product. Money can easily be earned by deceiving them but only once. It is that sort of economy which inclines a person to kill the hen that lays a golden egg. We rush in for West Ends and Favre Lubas, Fords & Forgoes, phyllips and olempics not because they deceive us but because we are sure that we get value and service for what we sacrifice. We do not mind spending even a little bit more for the faith we have in them. But unfortunately our Indian trader gets a little less than his due in the international market as he has been already notorious for his sharp practices. The standard of honesty in business is usualy more than in ordinary life. A businessman firstly hates to go to the courts of law as he has no time to indulge in them and secondly he also does not believe them as they are the slaves of evidence. He build his good-will with great pains as a hermit acquires his tapasya. Transactions worth crores are entered into and settled by only a word of mouth. No registration, no advalorem stamps no attestations, they require to make them binding on the parties.

A businessman does not become successful due to dishonesty but due to his sound common sense, business temperament, and training, integrity of character. properly calculated initiative and receives his remuneration for his honest services It requires best in men to be construcive ; it recuries no skill to be destructive. Even a fool can offend others by losing temper, lose courage, make fatal mistakes, be idle and insincere and be stupid not to capitalise over the circumstances in which he is placed but it requires the best in the man to be tactful. courageous, precise, honestly hardworking, and alert to catch the opportunities.

The need of the day is to have serving producers and traders and hate robbers and hypocrats. The educational and social system should produce the former so as to replace the latter. The commercial education, we feel, goes a long way in emphasizing the production of such men who will draw a fine requisite balance between morality and lust for material prosperity, and practise it with a view to rendering honest service to humanity. They can alone bring prosperity to our country. In the present age we cannot imagine prosperity of a country without its productive wealth through exploitation of natural resources and operation of labour there-on to make additions of requisite utiilities to turn them into finished products. Adultera-

tion, hoarding and black-marketing are a result of lack of business morality and strength of character. A right thinking businessman may prefer death to following back-door mean policies as a lion to eating grass and living upon it. It is the spirit of true commerce which produces the right minded business-men and promises, prosperity to all. The need of commercial education and training indeed, was never greater than today to replace the carrupt of anti-social order of the day.

He that hath wife and children hath given hostages to fortune, for they are impediments to great enterprises, either of virtue or mischief.

FRANCIS BACON.



---

## "Happy Accidents."

Madhab Mehendale
B. Sc. (Hour).

A Dense forest in America! A lonely priest trodging his way through it! His body hot with temperature! Say like red hot iron! His throat dry. If he does not get some water to kill his thirst, then the thirst surely kills him. But still he pushes on! One, two, three steps and he collapses to the ground! In agony he looks about! A small pond of water, only a few steps ahead! Some how he creaps to it.

But alas! the water is so dirty! And green too! some barks and leaves floating in it! Germs visible to the naked eye! But now is the question of life and death! Shall he die of thirst! No! And he takes his hand holding some water to his mouth. But how the God can he drinks it? It tastes so bitter! Is it poison? Shall he die of poisoning? But! But death this way or that way! He hesitates for a moment! And

finally he cannot control himself. He drinks! Once, twice, thrice and finally as much as he could! And in effect and horror fall senseless! Almost dead!

But it was not death, for he rose after about four hours. To his astonishment he feels his body normal! No fever? No weakness? and not that thirst too! His clothes wet due to perspiration. The water, then, was not poisonous? Slowly, his legs still staggering, he goes by the side of the pond again! Some how picks up the bark floating in it! He tastes it. Oh, then surely it was this bark that gave the water a bitter taste! And it was this self same bark which brought his terrible fever to normal!

Quinine, as we see it to day, was an out come after he brought it to his laboratory!

Sir Humphray Davy was busy in his laboratory trying various combinations of Nitrogen and Oxygen. He had prepared Nitric Oxide, a Peroxide of Nitrogen and now was trying to get a pentoxide.

But then all of a sudden he began to sing and dance and jump in his laboratory. He rushed out of his laboratory screaming like a mad man. No body knew what had happened to him. Was it some shock? Was it some extraordinary invention? Was he mad with joy for it? But the research scholar was not in a mood to explain and his colleagues could not guess anything! After having danced for some time laughing and singing very merrily as if he was suffering from hysteria he crumbled to the ground senseless.

He arose to find his energies almost trebled. As if fresh blood circulated through his nerves! later it was discovered that the tube supplying Oxygen was leaking and the tube holding the product had, burst. The supply of oxygen being reduced, an unexpected new product Nitrous Oxide (N"o) was synthesised. Of this Sir Davy had in haled much quantity. This product contained a sort of loosely linked Oxygen which separated quickly and produced a laughing sensation injecting energy and freshness.

This Nitrous Oxide was afterwards utilized in minor surgical operations like extracting a bad tooth.

Another funny accident happened after only a few years.

The Apparatus properly fitted, they started the commercial manufacture of Quinine. The chief inspected the arrangements and checked the fittings. He ordered the oven to be burned. Regulate this much temperature for four hours and take down the flask

to check the contents. If no tangible results are obtained then replace the flask as it was and again heat for two hours thereafter. So saying the chief left the process in charge of his assistant.

Four hours after the assistant brings down the flask ! But nothing inside ? And alas ! in refitting the apparatus the thermometer breaks ! Trembling with fear but finding no other escape he tamely fits in another thermometer and starts the process again !

Their joy knew no bounds when in the presence of their chief they opened the flask for the second time ! Find layer of quinine deposited in the apparatus ! But how this happened ? The assistant had expected no results and here he was getting far more than what was expected ! And then he relates the accident to his chief ! His heart jumping to his throat ! Will the chief scold him for carelessness !

The chief, a wiser chemist as he was carefully examined the contents and found some sulphate of mercury inside the flask which contained only sulphuric Acid before ! So it was this sulphate which accelerated, to be scientific, catalised, the manufacture ? And it was formed by mercury from the thermometer and the sulphuric a
from the flask ! Thereafter sulph
of mercury was regularly mix
before starting the process a
that gave astonishingly high resu
producing cheap samples.

Thomas Edison's ears we
boxed because due to his error i
the experiments in a running trai
carriage he set fire to the carriage
And then deaf Thomas could co
centrate upon inventing gramop
hone, telegraphs, electric lamps an
telephons and what not ?

And not one, not two, but thousands of researches are a success because of accidents ! Accidents have given us not only scientific progress but they have directed lives of great men to a channel separate from their previous lives. In fact people become great due to some sort of accident in their lives !

Thus Accidents have produced writers and poets, players and singers, phillosophers and social leaders. H. G. Wales was trampled under the feet of players in a football game and was almost killed ! It took twelve years for him to regain workable strength. But what a historian was produced ! And the credit goes only to an accident !

Accident are not always fatal. Accident do not necessarily result into sorrowful consequences. World has been and still is progressing through accidents. Let us all eagerly await accidents for accidents may bring us happier future.

> From their errors mistakes and the wise and good learn wisdom for the future.
>
> PLUTARCH.

---



# Mirage.

( Short story )

By—T. Dutta, B Com.
( Ex-student ).

The first letter I opend in my office in the morning was from my bankers informing that my account had been credited with the amount realised on account of my matured insurance policy with the Orientals. My mind flew twenty years back......

That was a dewy December morning and I was only twentyone. Like a lazy peddler the morning was slowly rolling by. I was thinking what I would do if there be another world war, while a 7 O' Clock went smoothly through the twentyfour hours old sturdy stums of my beard and mustache.

All of a sudden, there appeared a maidenly face behind my soapy image in the mirror set in front. Hardly did I look back. Ruma greeted me with a 'good morning' and I responded with a nervous nod being unable to speak out even a mono-syllable out of amzement. I felt a sort of uneasiness with my half-shaven face before her and she realising the situation picked up the 'Cmmerce' from my desk and plunged herself into a couch without a word.

I hurriedly finished my shave and in less than five minutes came back to her. She was sitting in the couch putting

her elbows on the desk with her chin cupped in her fingers. I did not know what to do or say but she herself began with her enchanting smile "Well, I am indeed sorry to distub you this time" she put in holding out a book, "Would you kindly write me the substance of this poem ? You know Prof. Chakravarty, how strict he is I'll lose my percentage if I don't show this to-day".

I stammered out that I was not the least troubled by her. She might have also sensed that I was exceedingly glad to have the honour to write her a substance. Ruma was a neighbour of mine and in the past she seemed to have found no substance at all in me.!! I had enough of experience to come to this conclusion that she did not think it worthwhile to pay me a visit nor did she give me the least opportunity to come in her contact.

I took over the book from her with my heart beating like a drum. The poem as you may guess from your personal experience or otherwise was about love and alike matters. In spite of my best efforts I could not have her company for more than a hour—partly because the poem was finished and I had also an appointment with a friend. Of course we had our breakfast in the meantime—though unsophisticated, it was full of joy and was indeed enjoyable .. She left me with my mouth agape in wonder but quite naturally I liked it. Ruma had always some short sort of home task for me. A change was slowly but steadily creeping in over me, which however gave rise to serious discussion in many quarters and some of my friends diagonised it to be an acute case of love.

Though Ruma used to come to me always I did not find any occasion whatsoever to show how much I cared for her. With deliberate turns of talk she kept away all those things which might arouse our emotion.

Several weeks rolled on... Love lyrics began to increase but the incarnation of love seemed to be quite alien to her. I was dying within to let her know of my love but my courage failed. I had simply to make provision for another person for breakfast !

Any way a crucial day was in store for me.

She came a bit earlier that day. She had no books in her hand, instead a flat leather bag was tucked under her arm. She seemed to be more sportive and sweet that day and I was comfortably sure of my success. After some loose talks we had our usual breakfast. She reflected on the conjugal phase of life and singularly stressed on the importance of life insurance from the view point of a housewife.

All the while I was expecting her to finalise our engagement and in return I planned to take her into my arms and give her a warm kiss. I had also my ring ready to herald the occasion. But all these remained a mirage to me ..

Suddenly she produced a proposal paper before me to effect an insurance on my life. My opposition turned too feeble to lay it off. I was fast falling off from my dreamland. I was caught in an unguarded moment. I had no other way than to put my signature in the proposal paper and hand over my cheque being the first premium.....

